# ॥ হিংস্র নিশাচৰ ॥

[ ৰহস্য উপন্যাস ]

প্ৰফুল্লকুমাৰ দাছ



পকেট বুক চেণ্টাৰ
পল্টন বজাৰ, গুৱাহাটী-৮

*HINGSHRA NISHACHAR : A detective Novel written by Profalla Kumar Datta and Published by Pocket Book Centre, Paltan Bazar, Guwahati-8.*

*Price Rs. 20·00 only.*

প্ৰকাশক :

ৰণবীৰ ভাটিয়া

পকেট বুক চেণ্টাৰ

গুৱাহাটী-৮

বেটুপাত :

চন্দন চুতীয়া

মূল্য : ২০·০০ টকা

ছপা :

লক্ষ্মী প্ৰিণ্টাৰ্ছ

আমবাৰী ফটাশিল

গুৱাহাটী-২৫

মায়াপুৰত অৱস্থিত
বিশাল অট্টালিকা—'কৃষ্ণালয়'।
এই 'কৃষ্ণালয়'ৰে মালিক এগৰাকী
বিধবা মহিলা—কৃষ্ণা দেবী।
কিন্তু বৰ্ত্তমান এওঁৰ জীৱন বিপন্ন।
নিশাৰ অন্ধকাৰত কোনোবা অদৃশ্য
ব্যক্তি এজনে তেওঁক হত্যা কৰিবলৈ বিচাৰে।
কিন্তু কোন? কোন তেওঁ??

..................................

বিপদটো হ'ল— পঁচপন্ন বছৰ নোহোৱালৈকে
কৃষ্ণা দেবীয়ে স্বামীয়ে কৰি থৈ যোৱা
উইলখনো সলনি কৰিবলৈ নোৱাৰে।

..................................

উইল? হয়, উইলখন এটা ডাঙৰ
ৰহস্য। এই উইলখনতে আৰু এটা
ৰহস্য উল্লেখিত আছে।
কৃষ্ণা দেবীৰ মনত শান্তি নাই। এই
ৰহস্যৰ সমাধান নোহোৱালৈকে তেওঁৰ মনত
শান্তি নাই।
হিংস্ৰ নিশাচৰৰ আতংকত 'কৃষ্ণালয়'ৰ
সকলোবোৰ আতংকিত হ'ল।
এক ৰহস্যঘন উপন্যাস—"হিংস্ৰ নিশাচৰ"

# কিছু কথা ঃ

সকলো পাঠক-পাঠিকাই
মোৰ ওচৰত মাথোঁ
এটাই অভিযোগ ক্ৰমে—
মই বোলে উপন্যাসবোৰ
বৰ সৰুকৈ লিখোঁ।
সেয়ে—
তেওঁলোকৰ অভিযোগবোৰ
মনত ৰাখিয়েই
'হিংস্ৰ নিশাচৰ'
লিখি উলিয়ালোঁ।
'ভাল-বেয়া'ৰ বিচাৰৰ ভাৰো
সেয়ে তেওঁলোকলৈকে
এৰিলোঁ।

ধন্যবাদ ॥

প্ৰফুল্লকুমাৰ দত্ত
শালিমাৰ বাগ
নতুন দিল্লী—৩৩

## ॥ এক ॥

# পিঞ্জৰাবদ্ধ পখী

সন্ধিয়া হৈ আহিছিল।

পশ্চিম আকাশত তেতিয়া প্ৰায় অদৃশ্য হৈ পৰা সূৰ্যৰ শেষ ৰশ্মিখিনিয়ে বৰ করুণ ভাবে যেন বিদায় মাগিছিল।

ঘৰমুৱা ক্লান্ত পখীজাকে মৌন ভাবে উৰি গৈছিল। কাকলি-বিহীন পখীজাককৈ চাই কৃষ্ণাদেবীয়ে এটা দীৰ্ঘ নিঃশ্বাস এৰিলে।

হয়……। হয় কিয়, হয়েই—তেওঁ যেন কাকলিবিহীন ক্লান্ত পখী এজনী। কিন্তু তথাপিও এই পখীজাক কিমান মুক্ত …………মুকলিমুৰীয়া। অথচ তেওঁ? সজাত বন্দিনী এজনী চৰাই। মানুহ মাত্ৰেই নানা 'ইচ্ছা' থাকে; কিন্তু তেওঁৰ ক্ষেত্ৰত এই 'ইচ্ছা' বোৰ নাখাটে। মূল্যবিহীন ইচ্ছা।

ডেউকা থকা হ'লে তেওঁ কেতিয়াবাই এই 'কৃষ্ণালয়' নামৰ সজাটোৰ পৰা উৰি গুচি গ'লহেঁতেন! কিন্তু……। 'হেঁতেন' শব্দটো থকা বহুতো কথাই ভাবে কৃষ্ণাদেবীয়ে। সংগোপনে। অকলশৰে। কিন্তু লাহে লাহে চকুৰ পচাৰতে এই 'হেঁতেন'-বোৰ অদৃশ্য হৈ যায়।

বিশাল অট্টালিকা সদৃশ 'কৃষ্ণালয়' নামৰ দুতলীয়া ঘৰটোৰ দুইতলাৰ নিজৰ কোঠাটোৰ পৰা কৃষ্ণাদেবীয়ে চকুৰ আঁৰ নোহোৱা-লৈকে ঘৰমুৱা পখিজাককৈ চাই থাকিল। তেওঁৰ কোঠাটো, ওঁহো, মাথোঁ। তেওঁৰ কোঠাটো কিয়—গোটেই 'কৃষ্ণালয়'টোৰ কোঠাবোৰৰ ভিতৰত তেতিয়া অন্ধকাৰ জঁপিয়াই পৰিছিল।

তলৰ তলাটোত লাইট জ্বলি উঠিছিল। সেই লাইটৰ কিছু পোহৰ আহি আগফালৰ ফুলনিখনত পৰিছিল।

কৃষ্ণাদেৱীয়ে দেখা পালে —হৰেশ্বৰে ফুলনিখনৰ ফুলগছবোৰত পানী দি আছে। গাড়ী অহা-যোৱা কৰা লোৰ প্ৰকাণ্ড গে'টখনৰ গাতে লাগি থকা সৰু গেটখন খুলি চন্দ্ৰা সোমাই অহা দেখা পালে কৃষ্ণাদেৱীয়ে। গাভৰু চন্দ্ৰা হৈছে এইখন ঘৰৰ পৰিচাৰিকা। চাহ বনুৱা ছোৱালী। ইয়াৰ পৰা চল্লিছ কিলোমিটাৰ নিলগৰ জেউতী চাহ বাগিছাত ঘৰ। মাকৰ অসুখ বুলি দুদিন আগতে ঘৰলৈ গৈছিল। তাইৰ হাতত ভেনিটি বেগ সদৃশ চামৰাৰ ডাঙৰ বেগ এটা।

অন্ধকাৰ কোঠাটোৰ ভিতৰত ভূতৰদৰে থিয় হৈ থাকিল কৃষ্ণা-দেৱী। লাইটটো জ্বলাই দিয়াৰ কোনো প্ৰয়োজন অনুভব নকৰিলে তেওঁ। পোহৰতকৈ তেওঁ আজিকালী অন্ধকাৰক বেছি ভালপোৱা হৈছে। পোহৰ তেওঁৰ সমূলি সহ্য নহয়। কিবা ভয় ভয় লাগে। কথাটো এদিন চন্দ্ৰাক কওঁতে চন্দ্ৰাই হাঁহি হাঁহি কৈছিল—

ঃ অদ্ভুত আপোনাৰ কথাবোৰ, বাইদেউ। মানুহে অন্ধকাৰকহে ভয় কৰে? অথচ আপুনি ওলোটাই পোহৰকহে ভয় কৰে। আচৰিত!

আচৰিত?

ঠিকেইতো, আচৰিতেই।

মাথোঁ চন্দ্ৰা কিয়, যি কোনো মানুহেই তেওঁৰ এই কথাটো শুনিলে আচৰিত নোহোৱাকৈ নাথাকে।

কিন্তু পোহৰলৈ ইমান ভয় লাগে কিয়?

প্ৰশ্নটোৰ উত্তৰ সঠিক ভাবে কৃষ্ণাদেৱীয়ে নিজেও নাজানে। গতিকে তেওঁ প্ৰশ্নটোৰ প্ৰত্যুত্তৰো দিব নোৱাৰে। জানে মাথোঁ —অন্ধকাৰলৈ তেওঁৰ ভয় লাগে! খুউব..........

এই বিশাল 'কৃষ্ণালয়'টোত তেওঁ বাঘীৰদৰে থাকে। বাঘী?

হুঃ··· !! কৃষ্ণাদেবীৰ ওঁঠৰ কোণত তেওঁ ক'ব নোৱাৰাকৈয়ে বিদ্ৰূপৰ হাঁহিৰ ৰেঙনি এটা খেলি গ'ল। উজনি অসমৰ মায়াপুৰ নামৰ এই সৰু নগৰখনৰ তথা আশে-পাশে থকা গাওঁবোৰৰ মানুহে তেওঁক খুউব সুখী বুলিয়েই জানে। স্বাভাবিক কথা। কাৰণ, ৰাণীৰদৰেই তেওঁ এই বিশাল 'কৃষ্ণালয়'ৰ সম্ৰাজ্ঞী ৰূপে বিৰাজ কৰি আছে। সকলোৱে তেওঁক সমীহ কৰে। কিছুয়ে ঈৰ্ষাৰ চকুৰেও চায়। ভাবে — কৃষ্ণাদেবীৰ দৰে ভাগ্য আমাৰ কাহানি হ'ব ?

কি নাই কৃষ্ণাদেবীৰ ? একমাত্ৰ স্বামীৰ বাদে। স্বামী অমূল চৌধুৰী সিপুৰীলৈ যোৱা আজি প্ৰায় পাঁচ বছৰবো বেছি হ'ল। আৰু ইমানদিন ধৰি তেওঁ 'কৃষ্ণালয়'ৰ অন্ধকাৰৰ মাজত যেন ডুব গৈ আছে। গৈ আছে··········

: মা ········

চমকি উঠিল কৃষ্ণাদেবী। ভাবৰ তৰংগত ডুব গৈ থকা কৃষ্ণা দেবীয়ে চমকি উঠি সম্বিত ঘূৰাই পালে। ঘূৰি চালে তেওঁ। অন্ধকাৰতো তেওঁৰ সমুখত থিয় হৈ থকা লাবণ্যক চিনি পোৱাত তেওঁৰ কোনো অসুবিধা নহ'ল। লাবণ্য তেওঁৰ বৰপুত্ৰ বিনোদৰ স্ত্ৰী।

মুহূৰ্তৰ বাবে বোৱাৰীৰ ফালে বক্ৰ দৃষ্টিৰে চাই তেওঁ পুনৰ মুখখন ঘূৰাই ল'লে।

: অন্ধকাৰত থিয় হৈ থাকি আপুনি কি কৰিছে, মা ? লাইট-টোতো জ্বলাই ল'ব পাৰে! তাতে আপোনাক ডাক্তৰে উঠি ফুৰিবলৈ মানা············

: হ'ব....হ'ব, .... বোৱাৰী। ডাক্তৰ ....ডাক্তৰ . .... !! আমনি লাগিছে মোৰ········। —বিৰক্তিৰে কৃষ্ণাদেবীয়ে কৈ উঠিল।

'খুটুক' কৈ শব্দ এটা হ'ল। লগে লগে অন্ধকাৰ কোঠাটোৰ ভিতৰত পোহৰ জঁপিয়াই পৰিল।

বিৰক্তি লাগিল কৃষ্ণা দেবীৰ' লাৱণ্যক কিবা এটা ক'ব খুজিও নক'লে তেওঁ। লাৱণ্যৰ ফালে পিঠি দি প্ৰস্তৰ মূৰ্তিৰ দৰে থিয় হৈ থাকিল তেওঁ।

বটল আৰু গিলাছৰ সংঘৰ্ষত হোৱা টুং-টাং শব্দ শুনিবলৈ পালে তেওঁ। বুজিবলৈ তেওঁৰ অকণো কষ্ট নহ'ল যে—লাৱণ্যই তেওঁৰ বাবে দৰব ঠিক কৰিছে।

দৰব! দৰব খাই খাই খং আৰু ক্ষোভত তেওঁৰ দেহাটো ভাগি পৰিছে। এই যে তেওঁৰ মনৰ ক্ষোভবোৰ — এই ক্ষোভ 'কৃষ্ণালয়'ৰ প্ৰত্যেকটো প্ৰাণীৰ প্ৰতি। তদুপৰি দৰববোৰ খাই খাই তেওঁ আজিকালি যি কোনো সুস্বাদু খাদ্যত কোনো স্বাদ নাপায়। অৱশ্যে তেওঁৰ খোৱা-বোৱাবোৰ বৰ সীমিত। ডাক্তৰৰ আদেশ।

'কৃষ্ণালয়'ৰ প্ৰতিটো প্ৰাণীয়েই তেওঁক লৈ ব্যতিব্যস্ত। এটা নিৰ্দিষ্ট সীমাৰেখাৰ মাজত তেওঁ আবদ্ধ। এই ৰেখা অতিক্ৰম কৰিবলৈ চেষ্টা কৰিলেই সকলোবোৰ যেন আতংকিত হৈ উঠে।

: মা..........। — লাৱণ্যই মাত দিলে।

: ..... ...........

: আপোনাৰ দৰব, মা। খাই লওক।

কৃষ্ণা দেবীয়ে কোনো মাত নিদিলে। হঠাৎ ৰুদ্ধ আবেগত ওলাই আহিব খোজা চকু পানীখিনি তেওঁ কোনোমতে ঠেলি ৰাখি পূৰ্ব্বৰ ভংগীত থিয় হৈ থাকিল। ইতিমধ্যে আকাশত দেখা দিয়া তৰাবোৰৰ মাজত তেওঁ যেন মৃত স্বামীৰ প্ৰতিচ্ছবি বিচাৰিছিল। মনত পৰিছিল কিছুমান মধুৰ স্মৃতি।

## ॥ দুই ॥

## ভেঁউকা ভগা পখী

: মা, দৰৱ............।

লাবণ্যৰ মাতত কৃষ্ণাদেবীয়ে এইবাৰ লাহেকৈ তাইৰ ফালে ঘূৰিল আৰু অস্ফুট স্বৰত কৈ উঠিল—

: দ ৰ....ৱ.... !!

: হয় মা। সোনকালে খাই লওক। আজি কিছু পলমেই হ'ল। ডাক্তৰ বৰুৱাও আহি পোৱৰ সময় হ'ল।

কৃষ্ণা দেবীয়ে এইবাৰ লেঙেৰিয়াই লেঙেৰিয়াই তেওঁৰ বিছনা-খনৰ ফালে আগবাঢ়িব লওঁতেই লাবণ্যই আগবাঢ়ি আহি শাহুৱেকক আগবাঢ়ি যোৱাত সন্ত্ৰস্ত হৈ সহায় কৰি দিলে।

কৃষ্ণাদেবীয়ে ক'ব খুজিছিল — নালাগে, মই পাৰিম। তহঁত সকলোৱে মোক ইমানেই বেমাৰী বুলি ভাবিছ নে? অনাবশ্যক কামত মোক পুতৌ দেখুৱাবলৈ নাহিবি। যা....

ভাবিছিল, কিন্তু নক'লে। এবাৰ কওঁতে লাবণ্যই গাল-মুখ ফুলাই দুদিন তেওঁৰ ওচৰলৈ নহাকৈ আছিল। গিৰিয়েকক (তাইৰ গিৰিয়েকটো যে তেওঁৰেই পুত্ৰ, কৃষ্ণাদেবীয়ে আজিকালি সেই কথাটো পাহৰি গৈছে।) ৰহণ সানি সানি নানা কথা চুকুলি কৰিছিল। চন্দ্ৰাই শুনা পায় তেওঁক আহি কৈছিল। অৱশ্যে চন্দ্ৰাই যে সঁচা কথাকে কৈছে, সেই সম্বন্ধেও তেওঁৰ সন্দেহ আছে। সঁচাই-মিছাই কথা কোৱাটো চন্দ্ৰাৰ প্ৰবৃত্তি। আচলতে তাই তেনেকুৱাই। 'কৃষ্ণালয়'ৰ প্ৰত্যেকটো প্ৰাণীৰ মন

যোগাই ফুৰাটোৱেই তাইৰ যেন প্ৰধান কাম। ডেকা লগুৱা বেংটুৰ ভাষাত—"তেল দিয়াত চন্দ্ৰা উস্তাড।"

শাহুৱেকক ধৰি নি লাবণ্যই তেওঁক বিছনাখনত বহাই দিলে আৰু দৰবৰ গিলাছটো তেওঁৰ ফালে আগবঢ়াই দিলে।

অনিচ্ছাৰে মুখখন বিকটাই কৃষ্ণা দেৱীয়ে দৰবখিনি বিকৃত মুখেৰে গিলি থলে। লাবণ্যই এইবাৰ ফ্লাস্কটো খুলি গৰমপানী উলিয়াই টেবলেট এটা তেওঁৰ ফালে আগবঢ়াই দিলে।

: উঃ! —বিৰক্তিসূচক শব্দ এটা কৰি কৃষ্ণা দেৱীয়ে এইবাৰ টেবলেটটোও গিলি থলে।

আৰু ঠিক সেই মুহূৰ্ত্ততে কোঠাটোৰ ভিতৰলৈ সোমাই আহিল তৃষ্ণা। কৃষ্ণা দেৱীৰ সৰু বোৱাৰীয়েক।

তৃষ্ণাই মুহূৰ্তৰ বাবে জাবক লাবণ্যৰ ফালে বিৰক্তিৰ দৃষ্টি নিক্ষেপ কৰি পিছ মুহূৰ্ত্ততে মুখত হাঁহিৰ ৰেখা ফুটাই শাহুৱেকৰ ফালে চাই কৈ উঠিল—

: দৰব খালেনে, মা?

: খালোঁ আই, খালোঁ। পৃথিবীৰ সকলোবোৰ দৰব আনি মোৰ মুখৰ ভিতৰতে ভৰাই দে! —ক্ষোভ আৰু বিতৃষ্ণাৰে কৃষ্ণা দেৱীয়ে কৈ উঠিল।

: মই খুৱাই দিলোঁ। —তৃষ্ণাৰ ফালে চাই লাবণ্যই কিছু গৌৰবৰ সুৰেৰে কৈ উঠিল।

লাবণ্যৰ কথাত তৃষ্ণা যেন শিয়ৰি উঠিল। লৰালৰিকৈ তাইৰ ফালে চাই কৈ উঠিল—

: আপুনি খুৱাই দিলে! জুলীয়া দৰবখিনি কেইপালি দিলে?

: যিমান দিব লাগে। —ইচ্ছা কৰিয়েই লাবণ্যই উত্তৰটো এই-বুলি দিলে।

: যিমান মানে? —তৃষ্ণা যেন ব্যস্ত হৈ উঠিল।

: এপালি........। —বিৰক্তিৰে লাবণ্যই ক'লে।

: এপালি ? —তৃষ্ণাক যেন বিছাইহে ডাকিলে, তেনে ভংগীত কৈ উঠিল—কি কাণ্ড ! ডাক্তৰে দুপালিকৈহে দিবলৈ কৈছিল ? ইচ্........ ইচ্........।

তাৰপাছতেই তৃষ্ণাই আগবাঢ়ি আহি থাপ মাৰি লোৱাদি দৰবৰ বটল আৰু গিলাছটো হাতত তুলি ল'লে। যেন বিৰাট ডাঙৰ কিবা কাম এটাহে কৰিছে। গিলাছটোত দৰব এপালি ঢালি শাহুয়েকৰ ফালে আগবঢ়াই দি লাবণ্যৰ ফালে কটাক্ষ দৃষ্টিৰে চাই ক'লে—খাওক, মা... ........

: নাখাওঁ........। —কৃষ্ণা দেবীৰ কণ্ঠত বিতৃষ্ণা।

: নাখায় ? কিয় মা ? কিয় ? তৃষ্ণা যেন আকাশৰ ওপৰৰ পৰাহে সৰি পৰিল। চকুৰে মুখে কৃত্রিম ব্যস্ততা।

: ইমানকৈ দৰববোৰ খুৱাই খুৱাই মোক মাৰিব বিচাৰিছ নেকি ? —কৃষ্ণা দেবীয়ে ক'লে।

: ইচ্ ! আপুনি যে কি কথাবোৰ কয়, মা ? প্লিজ, দৰবখিনি খাই লওক, মা ?

কৃষ্ণা দেবীয়ে আৰু বাক্যব্যয় নকৰি একে উশাহে দৰবখিনি পি থ'লে। দুয়োজনী বোৱাৰীয়েকৰ এই কৃত্রিম ব্যস্ততাবোৰ দেখিলেই কৃষ্ণা দেবীৰ গা জ্বলি যায়। কি ধং ! কথাই নাই একেবাৰে !

আচলতে ইহঁতবোৰ, 'কৃষ্ণালয়'ৰ প্রত্যেকটো প্রাণীয়ে তেওঁক খুউব 'বুদ্ধু' বুলি ভাবে। যেন চালাক মাথোঁ সিহঁতবোৰহে। নিজকে চালাক বুলি ভবা সকলহে আচলতে মুৰ্খ। কৃষ্ণা দেবীয়ে এই সকলোবোৰ বুজে। বুজিও নুবুজাৰ অভিনয় কৰি থাকিবলগীয়া হৈছে। কাৰণ, 'ইহঁতবোৰ' যেতিয়া তেওঁক লৈ অনাৱশ্যকভাৱে হুলস্থুল কৰি থাকে, তেতিয়া তেওঁ মনত এক বুজাব নোৱাৰা আনন্দ অনুভৱ কৰে। মনত ৰং পায়। যিদৰে তেওঁ এতিয়া, এই

মুহূৰ্ত্ত সেই বুজাব নোৱাৰা আনন্দধ্বনি অনুভৱ কৰি আছে।

বক্র চাৱনীৰে তেওঁ লাবণ্য আৰু তৃষ্ণাৰ ফালে চালে। ছুয়ো-জনীৰে চকুৰে মুখে সেই মুহূৰ্ত্ত এনে এটি ভাবে বিৰাজ কৰিছিল— 'কৃষ্ণা দেৱীৰ জীৱনেই তেওঁলোকৰ জীৱন। তেওঁৰ অবিহনে এই জীৱন মিছা।'

অৱশ্যে এটা কথা ঠিক। লাবণ্যই তেওঁক আগৰে পৰা সমীহ কৰি চলি আহিছে। কিন্তু এইখন ঘৰলৈ তৃষ্ণা অহাৰ লগে লগে লাবণ্যৰো অকৃত্রিম মৰমবোৰ যেন কৃত্রিমতালৈ ৰূপান্তৰিত হৈ পৰিছে। ছুয়োজনীৰ চকুত—উঁহো, ছুয়োজনী কিয়, "কৃষ্ণালয়"ৰ প্রত্যেকটো প্রাণীৰ চকুতে তেওঁ পুতৌৰ পাত্র।

পুতৌ !!........ কৃষ্ণা দেৱীৰ ওঠৰ কোণত করুণ হাঁহিৰ ৰেখা এটা বিৰিঙি গ'ল। মনতে ভাবিলে তেওঁ—'আইহঁত! মোক তহঁতৰ এই মিছা পুতৌবোৰ নেদেখুৱাবি। এই পুতৌবোৰ সহ্যাতীত হোৱা বাবেই মই দিনে দিনে বেছি বেমাৰী হৈ পৰিছোঁ। তাতকৈ মোক অবজ্ঞা কৰিলেই মই বোধহয় ভাল হৈ উঠিম।'

নাই, নুবুজে। ইহঁতবোৰে একো বুজিব নুখুজে। নে বুজিও নুবুজাৰ অভিনয় ??............

## ॥ তিনি ॥

## বিক্ষুব্ধ হৃদয়

: মা………… । —তৃষ্ণাই মাত দিলে ।

কৃষ্ণা দেবীয়ে মূৰ তুলি তৃষ্ণালৈ চালে । মৰতী ! ঘৰতে ইমান সাজ-সজ্জা কৰি থকাৰ কি প্ৰয়োজন ? তাতে আক' তুমাহমান আগতে সুন্দৰ দীঘল চুলিখিনি কাটি ব'বকাট কৰি লৈছে। মেখেলা-চাদৰ কি বস্তু, সেয়াতো এই চিনিয়েই নাপালে ।

: বাইদেউতো আছেই । আপোনাৰ একো অসুবিধা নহয়……… । —তৃষ্ণাই পুনৰ মাত দিলে ।

: ভূমিকা নকৰি আচল কথা কোৱা । —গম্ভীৰ আৰু আদেশৰ সুৰত কৃষ্ণা দেবীয়ে ক'লে ।

: মানে মা, মই তিনি-চাৰি দিনৰ বাবে ঘৰলৈ যাব খুজিছোঁ। দেউতাৰ অসুখ !

: ঘৰলৈ ? —কৃষ্ণা দেবীয়ে চকুৰ চছমাযোৰ খুলি সেইখন স্কাৰ্ফ-খনেৰে মচি মচি মাত লগালে ।

: হয় মা……… ।

: এইখন তেন্তে কি !

থত্ মত্ খালে তৃষ্ণাই । শাহুৱেকৰ কথাৰ অৰ্থ ঠিক বুজিব নোৱাৰি তেওঁৰ মুখলৈ চাই ৰ'ল ।

: বুজা নাই ? এইখন ঘৰ নহয় নেকি ?

: মা…… ?

: তুমি ক'ব লাগিছিল—বঙাইগাৱঁৰ মাৰ ঘৰলৈ যাম । ভুল কৈছোঁ নেকি ? শিক্ষিতা ছোৱালী তুমি, অথচ কথা কবলৈ নিশিকিলা !

খং আৰু ক্ষোভত তৃষ্ণাৰ মুখখন ৰঙা পৰি গ'ল। ছিঃ! জাৰক লাবণ্যৰ আগত এই বুঢ়ীজনীয়ে তাইক কেনেদৰে অপদস্থ কৰিলে। অন্য কোনোবা বুঢ়ীয়ে কোৱা হ'লে তাই ইমানপৰে একেপাত চৰতে বাপেকৰ বিয়া দেখুৱাই দিলেহেঁতেন! কিন্তু এই বুঢ়ীজনীক তাই কোনোমতেই 'নাৰাজ' কৰিব নোৱাৰে।

: বুজিছোঁ, তোমাৰ খং উঠিছে। কিন্তু সচাঁ কথা ক'লে কাৰোবাৰ যদি খং উঠে, মোৰ আৰু কোনো উপায় নাই। নে কি কোৱা, লাবণ্য?

বুঢ়ী অৰ্থাৎ কৃষ্ণা দেৱীৰ ভয়তে হওক বা আন যি কোনো কাৰণতে নহওক কিয়, লাবণ্যই লাহেকৈ 'হয় মা' বুলি কথাষাৰ সমৰ্থন কৰি কটাক্ষ দৃষ্টিৰে তৃষ্ণাৰ ফালে চালে। দৃশ্য দেখি গা জ্বলি গ'ল তৃষ্ণাৰ।

তৃষ্ণা তেতিয়া উদগীৰণ হওঁ হওঁ অৱস্থাত এটা থকা আগ্নেয়গিৰি। কিন্তু ই বিস্ফোৰণ হোৱা মানেই বিপদ। আৰু বিপদটো চপাই ল'বলৈ তৃষ্ণাই কেতিয়াও নোৱাৰে। বুঢ়ীজনীৰ আগত তাই সেও হৈ দিবই লাগিব। হাৰামজাদী বুঢ়ী! তই মৰ! সোনকালে মৰ!!

: না······নাই মা, মোৰ খং উঠিব কিয়? ভুল কৈ কোৱা কথা এষাৰ শুধৰাই দিলে জানো মানুহে খং কৰে? আপুনি মিছাতে মোৰ খং উঠা বুলি ভাবিছে! —তৃষ্ণাই অস্ফুট সুৰত কৈ উঠিল।

: এই বুঢ়ীৰ আগত আৰু মিছা নামাতিবা। অভিনয় মই বেয়া পাওঁ। বাৰু, কেতিয়াকৈ যাবা খুজিছা তুমি?

: কাইলৈ পুৱাতে। — তৃষ্ণাই শব্দ দুটা যেন কোনোমতেহে উচ্চাৰণ কৰিলে।

: কিহত যাবা?

: ভাবিছোঁ, মাৰুতীখনকে লৈ যাওঁ?

: ড্ৰাইভ কোনে কৰিব ?

: জিতেনক লৈ গ'লে অসুবিধা হ'ব ইয়াত। সেয়ে ভাবিছো নিজেই ড্ৰাইভ কৰি যাম।

জিতেন এইখন ঘৰৰ ড্ৰাইভাৰ। 'কৃষ্ণালয়'ত গাড়ী আছে মুঠতে দুখন। পুৰণিখন এম্বেচাডৰ। মাৰুতীখন তৃষ্ণাক তাইৰ বিয়াত বাপেকে যৌতুকত দিছিল।

: কিন্তু ........। — ৰৈ গ'ল কৃষ্ণা দেবী। অকলশৰে ঘৰৰ বোৱাৰীজনীক পঠিয়াবলৈ আপত্তি কৰিব খুজিও নকৰিলে তেওঁ। মনতে ভাবিলে — যি ইচ্ছা, তাকে কৰ। অৰ্থাৎ ক'ত মৰ, মৰগৈ। মুখেৰে ফুটাই ক'লে—

: ঠিক আছে, যা তেন্তে............ ।

: আপোনাৰ মূৰটো অলপ পিটিকি দিওঁ, মা?

: মূৰ পিটিকি দিবি? —কৃষ্ণা দেবীয়ে বহলকৈ চকু দুটা মেলি তৃষ্ণাৰ ফালে চালে। আৰু হঠাতে, হঠাতেই আজি এই মুহূৰ্ত্তত কিয় জানো, তেওঁৰ মনটো তৃষ্ণাৰ প্ৰতি সমবেদনাত ভৰি পৰিল। বেচেৰী! এই ভৰ যৌৱনতে বিধবা হ'ল তাই। বিয়া হোৱা মাথো তিনি বছৰ হৈছিল কি নহৈছিল—এটা এক্সিডেণ্টত অসীম, তাইৰ স্বামী, কৃষ্ণা দেবীৰ মাজু পুত্ৰৰ মৃত্যু হ'ল। মৃত্যুৰ আগে আগে অসীমে মাথো তাৰ চিন হিচাপে তৃষ্ণাৰ গৰ্ভত সিচি থৈ গৈছিল এটা ভ্ৰূণ।

সেই 'ভ্ৰূণ'টো এতিয়া এটা দেৰ বছৰীয়া পুত্ৰ সন্তান। নাম? তৃষ্ণাই তাৰ নামো অসীমেই থৈছে। মৃত স্বামীৰ নাম পুত্ৰৰ নাম থৈ তৃষ্ণাই যেন পুত্ৰৰ মাজতে স্বামীক বিচাৰি পাইছে।

তোমালোকৰ ইচ্ছাত মই কোনোদিনে বাধা দিয়া নাই। আজিও নিদোঁ। যোৱা............। কিন্তু অকলশৰে ইমান দূৰ বাট

নিজে ড্ৰাইভ কৰি যাওঁতে তোমাৰ কষ্ট নহ'ব জানো ?—প্ৰায় মৰম তথা সহানুভূতিৰ সুৰত কৃষ্ণা দেৱীয়ে মাত লগালে।

শাহুৱেকৰ হঠাৎ কথাৰ সুৰ সলনি হোৱাত লাবণ্য আৰু তৃষ্ণা—দুয়োজনী আচৰিত হ'ল। লাবণ্যই যেন পেটে পেটে ভাল নাপালে।

: নাই, কষ্ট কিহৰ মা ? কোনো কষ্ট নহয়। আপুনি চিন্তা নকৰিব। মই সোনকালেই আহিম। লাবণ্য বাইদেউতো আছেই।

: কি ইমান কথাৰ মহলা মৰা হৈছে ?—কৈ কৈ সুদৰ্শন চেহেৰাৰ যুৱক ডাক্তৰ ত্ৰিদিব এফৰা সোমাই আহিল। ত্ৰিদিবৰ চেহেৰাত এনে এটা 'কিবা' আছে, যাৰবাবে সহজেই গাভৰু কিয়, আদহীয়া তিৰোতাও আকৰ্ষিত হ'ব পাৰে।

: আহিলে ?—তৃষ্ণাই ত্ৰিদিবলৈ চাই মধুৰ হাঁহি এটা নিক্ষেপ কৰিলে। লগে লগেই লাবণ্যয়ো।

: কিনো আৰু কথাৰ মহলা ? এই, মানে তৃষ্ণাই বঙাইগাঁৱৰ ঘৰলৈ যায় বোলে ?—কৃষ্ণা দেৱীয়ে কৈ উঠিল।

: হঠাৎ ?—ত্ৰিদিবে তৃষ্ণাৰ মুখলৈ চালে।

: দেউতাকৰ অসুখ বোলে !—কৃষ্ণা দেৱীয়ে ক'লে।

: অসুখ ? হেঃ হেঃ হেঃ ...... এই অসুখবোৰৰ বাবেই আমি ডাক্তৰবোৰ বাচি আছো। হেঃ হেঃ ......। নিজৰ কথাত ত্ৰিদিবে নিজেই ৰস পালে।

ত্ৰিদিবৰ কথাত তৃষ্ণাৰ খং উঠিব লাগিছিল। কিন্তু নুঠিল। কাৰণ, ডাক্তৰ ত্ৰিদিবৰ কথাত তায়ো হাঁহি উঠিল। লাবণ্যয়ো।

কৃষ্ণা দেৱীৰ কিন্তু হাঁহি উঠা নাছিল। তেওঁৰ মনত হ'ল—ত্ৰিদিবে যেন তেওঁকে ঠাট্টা কৰিছে। কাৰণ, আজি প্ৰায় দেৰ বছৰ ধৰি ত্ৰিদিবে তেওঁক চিকিৎসা কৰি আছে। চিকিৎসাৰ

নামত ত্রিদিবে মাহে মাহে এই কৃষ্ণালয়'ৰ পৰা শকত ধনৰ টোপোলা এটা পাই আছে। আৰু পাই থাকিবও—যেতিয়ালৈকে কৃষ্ণা দেবী সম্পূর্ণ সুস্থ হৈ নুঠে। কৃষ্ণা দেবী কেতিয়াবা যে সুস্থ হৈ উঠিব, সেই আশাও খুউব কম। কিন্তু 'আশা' লৈয়ে মানুহ জীয়াই থাকে। যি দৰে কৃষ্ণা দেবী জীয়াই আছে। আছে আৰু অনেক ৰোগী।

এই মুহূর্তে কৃষ্ণা দেবীৰ ত্রিদিবৰ গালত চৰ এটা বহুৱাই দিবৰ মন গৈছিল। তেওঁক চিকিৎসা কৰিছে বুলিয়েই এনেদৰে বিদ্রূপ কৰিব নেকি? কৈ উঠিল তেওঁ—

: ত্রিদিব (ত্রিদিবক তেওঁ নাম কাঢ়িয়েই মাতে), তুমি প্রকাৰান্তৰে মোকেই ঠাট্টা কৰা নাইতো?

: ছিঃ মাহী, আপোনাক আৰু' মই ঠাট্টা কৰিবলৈ যাম কিয়? মই মিছা কৈছো জানো? 'অসুখ' বোৰ শেষ হৈ গ'লে আমি ডাক্তৰবোৰে কি কৰিলোহেঁতেন? হাত সাবটি বহি থাকিব নালাগিলহেঁতেন নে?—ত্রিদিবে কিছু ব্যস্ততাৰ সুৰত কৈ উঠিল।

: হ'ব হ'ব ত্রিদিব। আৰু একো ক'ব নালাগে। সোনকালে মোক চেকআপ, কৰি মোক আজিৰ বাবে মুক্তি দিয়া।—গম্ভীৰ সুৰত কৃষ্ণা দেবীয়ে কৈ উঠিল।

॥ চাৰি ॥

## মায়াপুৰৰ আহ্বান

প্ৰতি :

বিকাশ গগৈ

প্ৰাইভেট ডিটেক্‌টিভ

প্ৰিয় গগৈ,

আন্তৰিক প্ৰীতি সম্ভাষণ জানিব।

আপুনি মোক চিনি নাপাব। কাৰণ, মই আপোনাৰ দৰে কোনো প্ৰখ্যাত মানুহ নহওঁ। মই কিন্তু আপোনাক চিনি পাওঁ। কিতাপ আৰু আলোচনী তথা বাতৰি কাকতৰ দৌলতত।

আজি হঠাতে উপলব্ধি কৰিলোঁ—মোক আপোনাৰ সহায়ৰ প্ৰয়োজন। ভীষণ ভাবে। এতিয়া সহায় কৰিব পৰা বা নপৰাটো আপোনাৰ ওপৰত কথা। কিন্তু আপোনাৰ বাবে মই আগ্ৰহেৰে বাট চাই থাকিম।

এক ৰহস্যৰ মাজত মই বৰ্ত্তমান বন্দিনী। চিঠিত সকলোবোৰ কথা জনোৱাটো সম্ভবপৰ নহয় বাবে নজনালোঁ। হাতত সময়ো বৰ কম! খুউব লৰালৰিকৈ সংগোপনে চিঠিখন লিখিছোঁ। আনকি মোৰ মনত ইমানখিনি ভয়েও স্থিতি লৈছে যে—মোৰ চিঠিখন আপুনি পাই মানে মই জীয়াই থাকিব পাৰিম নে নোৱাৰিম! মনত হয় — অদৃশ্য কেইবাযোৰো চকুৱে যেন মোক সকলো সময়তে অনুসৰণ কৰি থাকে। ৰাতি টোপনি নাহে, শান্তিৰে একো খাব নোৱাৰোঁ। মনত হয়............... । থাকক, সকলোবোৰ আপুনি

আছিলে সবিস্তাৰে জনাম।

চিঠিখন মই মায়াপুৰৰ পৰা লিখিছোঁ। ঠাইখনৰ নাম শুনিছে নিশ্চয়? ঠাইখনৰ চমু পৰিচয় হ'ল—

মায়াপুৰ হৈছে ক্ৰমাৎ উন্নতিৰ জখলাত উঠি অহা এখন সৰু নগৰ। এখন কলেজ, দুখন হাইস্কুল, ভালেমান এম, ই আৰু প্ৰাইমাৰী স্কুল আছে। মনোৰঞ্জনৰ বাবে দুটি ছিনেমা হল আছে। সংগীত চৰ্চাৰ বাবে 'জ্যোতি সংঘ' নামেৰে এটা ক্লাব ঘৰ আছে।

মায়াপুৰৰ তিনিটা দিশত ভালেমান গাঁও। এটা দিশত অৰ্থাৎ পুব দিশত এখন অটব্য অৰণ্য আছে। আজি ভালেমান বছৰৰ আগৰ পৰাই তাত চাইন বোৰ্ড এখন জিলিকি আছে—'সংৰক্ষিত বনাঞ্চল'। এই সংৰক্ষিত বনাঞ্চলৰ প্ৰায় ওচৰতে মোৰ দুমহলীয়া ঘৰ 'কৃষ্ণালয়' অৱস্থিত। বাৰ বিঘা মাটিৰ সীমাৰ মাজত থকা কৃষ্ণালয়'টো বিচাৰি উলিওৱাত আপোনাৰ নিশ্চয় কোনো অসুবিধা নহ'ব!

মই এগৰাকী বিধবা মহিলা। নাম— কৃষ্ণা দেবী। সকলোৱে মোক 'কৃষ্ণালয়'ৰ মালিকনী বুলি সমীহ কৰে। কিছুমানে আৰু' ঠাট্টা কৰি 'মহাৰাণী' বুলিও কয়। পক্ষাঘাত বেমাৰত মই দীৰ্ঘদিন ধৰি শয্যাসায়ী। প্ৰেচাৰৰ কথা যেনিবা নকলোঁৱেই। সকলো থাকিও মোৰ যেন একো নাই। বুকুৰ মাজত লৈ ফুৰিছোঁ এটা বিৰাট ডাঙৰ শূন্যতা। বিশাল 'কৃষ্ণালয়'ৰ বুকুত শূণ্য হৃদয় এটাৰে মই হাহাকাৰ কৰি ফুৰিছোঁ।

মোৰ পুত্ৰ তিনিজন আছিল।

বিনোদ, অসীম আৰু নবীন।

বৰ্ত্তমান দুজন জীৱিত। বিনোদ আৰু নবীন।

বিনোদৰ পত্নীৰ নাম লাবণ্য। বিবাহিত অসীমৰ আজিৰ পৰা

প্ৰায় ডেৰ বছৰমান আগতে এটা এক্সিডেণ্টত মৃত্যু হয়। বৰ্ত্তমান তাৰ বিধবা পত্নী তৃষ্ণা এইখন ঘৰতে থাকে।

তৃষ্ণা এগৰাকী অত্যাধুনিকা ৰোৱাৰী। ইয়াৰ ঠিক বিপৰীত লাবণ্য। লাবণ্যৰ দুটি সন্তান। ডাঙৰটো ল'ৰা প্ৰমোদ বৰ্ত্তমান সপ্তমমান শ্ৰেণীত। সৰুজনী ছোৱালী বিদিশা তৃতীয় শ্ৰেণীত।

তৃষ্ণাৰ ডেৰ বছৰীয়া পুত্ৰ এটি আছে। নাম অসীম। মোৰ পুত্ৰৰ নামেৰে তাই নিজৰ পুত্ৰৰ নাম থৈছে। স্বামীৰ স্মৃতিক জীয়াই ৰাখিবলৈ।

আৰু নবীন ?

নবীনৰ কথা কি কম ! তাৰ কথা ভাবিলেই চকুপানী ওলায়। ডেকা ল'ৰাটো হঠাৎ পগলা হৈ গ'ল। ইঞ্জিনিয়াৰ আছিল সি। অৱসৰ সময়ত 'সংৰক্ষিত বনাঞ্চল' খনলৈ চিকাৰৰ বাবে গৈছিল। ক'ব পাৰি—চিকাৰপ্ৰিয় ডেকা ল'ৰা। সকলোৱেই তাক ধৰ মৰম কৰিছিল। অৰণ্যখন চৰকাৰৰ দ্বাৰা সংৰক্ষিত যদিও তাত সি অবাধে চিকাৰ কৰিছিল। নামৰ বাবে অৱশ্যে দুজন চকীদাৰ আছে তাত। নবীন বৰ্ত্তমান ঘৰতে আছে। তেজপুৰলৈ দুমাহ মানৰ বাবে পঠিয়াইছিলোঁ। যদিও কাম নিদিয়াত আৰু মনে নমনাত ঘৰলৈকে লৈ আহিলোঁ।

ছোৱালী মোৰ দুজনী।

ডাঙৰজনী ৰাণীক বিয়া দিছোঁ তিনিচুকীয়ালৈ।

সৰুজনীৰ নাম—ৰাণী। এম, এ পাচ কৰি তাই ঘৰতে আছে। বিয়াৰ বাবে কৈ কৈ তাইৰ ওচৰত আমিবোৰ হাৰি গলোঁ। তাইৰ প্ৰতিজ্ঞা বোলে—বিয়া নকৰে।

এয়াই হৈছে 'কৃষ্ণালয়'ৰ চমু পৰিচয়।

নিলিখোঁ—নিলিখোঁ বুলিও বহুত কথাই লিখিলোঁ। লিখাৰ কাৰণ হ'ল—বৰ্ত্তমানলৈ মোক মোৰ কোঠালৈ আহি কোনেও আমনি

দিয়া নাই। আপুনি চাগে পঢ়ি আমনি পাইছে ?

কিহৰ বাবে বা কি ৰহস্যৰ বাবে মোক আপোনাৰ সহায়ৰ প্ৰয়োজন, সেই কথা ইয়াত উহ্য ৰাখিলোঁ।

এতিয়া এটা কথা মন দি শুনক—আপুনি যদি (যদিও মই 'যদি'টো কামনা কৰা নাই) ইয়ালৈ আহে, তেন্তে আপোনাৰ পৰিচয় হ'ব মোৰ দূৰ সম্পৰ্কীয় কোনোবা। সেয়া আপুনিয়ে নিজে কি কয় ক'ৰ। মুঠতে আমাৰ মাজত বহুতো দিন দেখা-দেখি নাই। আপোনাৰ নাম ক'ব—মৃগাংক বৰুৱা।

আৰু বিশেষ নিলিখোঁ।

আপোনাৰ শুভ আগমনৰ বাবে বাট চাই ৰ'লো।

ধন্যবাদেৰে

কৃষ্ণা দেৱী

মায়াপুৰ

বিঃ দ্ৰঃ — চিঠিখনৰ লগতে ইউনাইটেড বেংকৰ চেক্ এখন পঠালোঁ। গ্ৰহণ কৰিব। দুহাজাৰ টকাৰ চেক্।

কৃষ্ণা দেৱীৰ দীঘলীয়া চিঠিখন পঢ়ি উঠি বিকাশে দীৰ্ঘ নিঃশ্বাস এটা এৰি চিঠিখন তাৰ সহকাৰী বিজয়ৰ ফালে আগবঢ়াই দিলে। তাৰপাছত খামটোৰ ভিতৰৰ পৰা চেক্খন উলিয়াই চাই চিগাৰেট এটা জ্বলালে।

বিজয়ে একমনে চিঠিখন পঢ়ি গ'ল।

বিকাশে ধোঁৱা এমোকোৰা উলিয়াই বিজয়ৰফালে চাই চাই চিগাৰেট হুপি থাকিল।

## ॥ পাঁচ ॥

# বিকাশ আৰু বিজয়

কৃষ্ণা দেবীয়ে খৰখৰকৈ লিখা চিঠিখনৰ কিছুমান শব্দ বুজিবলৈ অসুবিধা হোৱাত বিজয়ে বৰ লাহে লাহে চিঠিখন পঢ়িছিল। সেয়ে তাৰফালে চাই বিকাশে কৌতুক অনুভৱ কৰি ছিগাৰেট হুপি হুপি তাৰফালে ধোঁৱাবোৰ এৰি দিছিল। বিজয়ে মাজে মাজে বিৰক্তিৰে 'উঃ' বুলি সোঁহাতখনেৰে ধোঁৱাবোৰ খেদাইছিল।

পঢ়ি উঠি বিজয়ে চিঠিখন বিকাশৰ ফালে আগবঢ়াই দিলে—ল'

: কিবা বুজিলি ?—বিকাশে চিঠিখন হাত পাতি লৈ সুধিলে।

: চাওঁ, ছিগাৰেট এটা দে আগতে।

বিকাশে বিজয়ৰ ফালে ফিল্টাৰৰ পেকেটটো আৰু জুইশলাটো আগবঢ়াই দিলে। বিজয়ে এইবাৰ ছিগাৰেট এটা জ্বলাই লৈ ক'লে – বুজিবলৈ কিটো আছে ?

: একো নাই ?

: চা বিকু, তই মোক সদায়ে বৰ বুৰ্বক বুলি ভাব আৰু নিজকে ভীষণ ভীষণ চালাক বুলি ভাব। জানি থবি, নিজকে চালাক বুলি ভবা সকলেই কেতিয়াবা মৃত্যু মুখত পৰে। ইহ, কি বুজিলি ? তোৰ মাথা..............

বিজয়ৰ কথা কোৱা ভঙ্গী দেখি বিকাশৰ হাঁহি উঠি গ'ল। ক'লে—

: তই মোৰ প্ৰত্যেকটো কথাৰে ওলোটা অৰ্থ ল'ব। আৰু সেইটোৱে মই বেয়া পাওঁ। মইনো এতিয়া এনে কি ক'লোঁ যে তই

ঠাট্টা কৰা বুলি ভাবিলি ? আৰে ভাই, চিঠিখন পঢ়ি কি বুজিলি সেয়া মই তোক সুস্থধি কাক সুধিম ? তই মোৰ সহকাৰী নহয় জানো ?

: হ'ব দে, পেংলাই কৰিব নালাগে। চিঠিখন পঢ়ি বুজিবলৈ আৰু কিবা বাকী আছে নেকি ? মায়াপুৰৰ কোনোবা কৃষ্ণা দেৱী নামৰ বিধবা এগৰাকীয়ে কিবা বিপদত পৰি আমাৰ সহায় বিচাৰিছে। কিন্তু তাই বেটিয়ে বিপদটো কি, তাকেই নজনালে।

: আৰু কিবা বুজিছ ?

: আৰু কিবা ? —বিজয় আচৰিত হ'ল। আৰু বুজিবলৈ কি আছে ?

: বুজা নাই।

: ওঁ হো.........

: চিঠিখন আকৌ এবাৰ ভালদৰে চা।

চালে। চাই উঠিও বিজয়ে একো বুজিব নোৱাৰিলে। কিবা অঁকৰাটোৰ দৰে বিকাশৰ মুখলৈ চাই ৰ'ল।

: বু.........দ্ধু.........। —বিকাশে হাঁহিলে। হাঁহি হাঁহি বিজয়ৰ হাতৰ পৰা চিঠিখন লৈ পুনৰ কৈ উঠিল—তই সঁচাকৈয়ে বুদ্ধু। ক'লে আৰু' বেয়াই পাব। চিঠিখন সম্ভৱ কৃষ্ণা দেৱীয়ে তিনি দিন ধৰি লিখিছে।

: তিনিদিন ধৰি হওঁক, এসপ্তাহ ধৰি হওক, তই ইয়াত বহি কেনেকৈ গম পালি মোৰ সোণাই ?

: অতি সহজ। অৱশ্যে নহ'বও পাৰে। মই মাত্ৰ মোৰ অনুমানৰ কথাহে কৈছোঁ। কিন্তু তিনিডাল যে ভিন্ন ভিন্ন কলমেৰে লিখিছে সেয়া সহজেই অনুমেয়।

মানি ল'লো—তিনিডাল কলমেৰেই লিখিছে। কিন্তু প্ৰমাণ কি বাবা ?

: চিঠিখনৰ প্ৰথমাংশখিনি ক'লা ডট্‌পেনেৰে লিখিছে। মাজৰ খিনি ক'লা চিয়াঁহীৰ কলমেৰে লিখিছে। আৰু শেষৰখিনি পুনৰ

নীলা চিয়াঁহী পেনেৰে লিখিছে। দেখ্—দেখ্‌কৈ ওলাই থকা কথা। বুদ্ধ্ !

: অ'........ ! সেইটোতো মই দেখিছোঁৱেই। —বিজয়ে কথাটো পাতলাবলৈ কৈ উঠিল।

: দেখিছোঁৱেই ! কুক্‌কুৰ !! জীৱনততো আমি বহুত কিবা-কিবিয়েই দেখি পাওঁ। কিন্তু সেইবোৰৰ পৰা ৰহস্যজনকটো বিচাৰি উলিওৱাটোতহে আমাৰ কৃতিত্ব। হয় নে নহয় ?

: হয়। —বিজয়ে তলমূৰকৈ এনে এটা ভংগীত কথাটো উচ্চাৰণ কৰিলে যে, এই মুহূৰ্ত্তত তাক সঁচাকৈয়ে এটা বুদ্ধুৰ দৰেই লাগিছিল।

: কিন্তু বিকু, বৰ্ত্তমান যে আমাৰ হাতত এটা কেচ আছেই। তেনে স্থলত............। তই কি বুলি ভাবিছ ?

: ভাবিম আৰু কি ? কেচটো হাতত ল'ম। দেখা নাই, দুহাজাৰ টকাৰ চেক্ এখন পঠিয়াই দিছেই। পাৰ্টি মাল্‌দাৰ যেন পাইছোঁ।

: কিন্তু ইটো কেচৰ মানে সুধাংশু চক্ৰবৰ্ত্তীৰ কেচটোৰ যে এতিয়ালৈকে একো মীমাংসাই হোৱা নাই।

: হৈ যাব। পৰহি। আৰু তাৰ পাছদিনাই আমি নিজৰ গাড়ীৰে মায়াপুৰলৈ যাম। কি কব ?

॥ ছয় ॥

## ঃ মায়াপুৰ ঃ

মায়াপুৰ অভিমুখে এস্বেচাদৰ গাড়ীখন উৰ্ধশ্বাসে গতি কৰিছিল। গাড়ীখন ড্ৰাইভ কৰিছিল বিজয়ে। তাৰ কাষত ছিগাৰেট হুপি হুপি বিকাশ বহি আছিল।

সময় তেতিয়া বিয়লি দুই বাজি পাৰ হৈছিল।

মাহটো নবেম্বৰ যদিও এই বছৰ বিশেষ এটা ঠাণ্ডা পৰা নাই। শেহ ৰাতি অৱশ্যে ভালকৈয়ে কুঁৱলী পৰে। অৱশ্যে দুয়োটাই চুৱেটাৰ আৰু জেকেট লৈ আহিছে।

ঃ আৰু ভালেমান বাট আছে মায়াপুৰলৈ! —স্বগতোক্তি কৰাৰ-দৰে বিজয়ে মাত লগালে।

ঃ ওঁ। শিৱসাগৰ অতিক্ৰম কৰিছোঁহে। —বিকাশে বাটৰ দুয়োকাষৰ ধাননী পথাৰলৈ চাই মাত লগালে। চাই ভাল লাগিছিল তাৰ। দুয়োপাৰে বিস্তীৰ্ণ পথাৰযুৰি সেউজীয়া ধাননী পথাৰ। ধান এতিয়া পকা নাই যদিও বিকাশৰ মনত পৰিছিল স্বৰ্গীয় রুদ্ৰ বৰুৱাৰ সেই বিখ্যাত গীতটো—

"....পকা ধানৰ মাজে মাজে
সৰু সৰু আলি অ'
সৰু সৰু আলি..."

ঃ মায়াপুৰৰ মায়াবিনীৰ পাল্লাত নপৰিলে ৰক্ষা! —বিজয়ে এইবুলি কৈ নিজৰ কথাত নিজেই ৰস পাই হাঁহি উঠিল।

ঃ কাৰ কথা কৈছ? তোৰ, নে মোৰ? —বিকাশে বিজয়ৰ

মুখলৈ কৌতুকেৰে চালে ।

: ধৰি ল, তোৰ·· ····

: মই নপৰো দে ! ইমান ঢিলা নহয়······। তোৰ বাবেহে মোৰ চিন্তা লাগিছে। এতিয়াও সময় আছে, বিজু, তই উভতি যোৱাৰ। মায়াপুৰৰ কোনোবা মায়াবিনীৰ খপ্পৰত পৰি জীৱনটো কিয় নষ্ট কৰিব লাগিছে ?

: বাদ দে। মোৰ বাবে চিন্তা নকৰিলেও হ'ব। তই নিজৰহে চিন্তা কৰ ।

: থাক, এতিয়া বাজে বকৰ্-বকৰ্ বাদ দে। মায়াপুৰত কি মায়া দেখিবলৈ পাম, তাকেহে চিন্তা কৰ ।

: মায়াপুৰৰ মায়া··· ! আচ্ছা, ঠাইখনৰ নাম মায়াপুৰ কিয় হ'ল, জান নেকি ?

: জনামতে, সুদূৰ অতীতত ঠাইখনত তন্ত্ৰ-মন্ত্ৰৰ চৰ্চা চলিছিল। মায়াৰ বলেৰে মানুহ বাঘ, ভালুকলৈ ৰূপান্তৰিত হ'ব পাৰিছিল। আৰু সেইবাবেই সম্ভৱ ঠাইখন মায়াপুৰ নামেৰে জনজাত হ'ল । অৱশ্যে এতিয়া ঠাইখনত তন্ত্ৰ-মন্ত্ৰৰ চৰ্চা আছেনে নাই নাজানো। —শেষ হৈ অহা ছিগাৰেটটোৰে বিকাশে অন্য এটা ছিগাৰেট জ্বলাই ল'লে ।

বিজয়ে আৰু একো নামাতিলে ।

এম্বেচাডৰখন আগবাঢ়িছিল । ····

এটুকুৰা নিৰ্জন ঠাইত হঠাতে গাড়ীখন ৰখাই দিলে।

: কি হ'ল ? —বিকাশে সুধিলে ।

: পেচাব কৰিব লাগিছে ।

বিকাশে পাতলকৈ হাঁহিলে আৰু ক'লে—ময়ো তেন্তে সৰু পানী ছুই লওঁ·······

দুয়োটা গাড়ীৰ পৰা নামিল ।

'কাম'টো কৰি উঠি দুয়োটাই গাড়ীখনলৈ আগবাঢ়িল। বিজয়ে মাত লগালে—

: এতিয়া তই ড্ৰাইভ কৰ। মই আৰাম কৰোঁ।

বিকাশে একো নকৈ ড্ৰাইভিং ছিটত বহিল।

বিজয়ে আৰামেৰে বহি ছিগাৰেট এটা জ্বলালে।

এম্বেচাডৰ পুনৰ আগবাঢ়িল।······

ডিব্ৰুগড় পাই দুয়োটাই হোটেলত ভালদৰে চাহ-তাহ খাই সেইদিনাখনৰ দৈনিক বাতৰিখন ল'বৰ বাবে 'সুৰভি সাহিত্য কুটিৰ'লৈ গ'ল। 'দৈনিক অসম' তেতিয়ালৈ অহাই নাই। 'দৈনিক জাগৰণ খন আছিল। তাৰে কপি এটা কিনি দুয়ো গাড়ীত বহিল।

কিছুদূৰ যোৱাৰ পাছত বিকাশে বাতৰিখন মেলি ল'লে। গাড়ীখন এইবাৰ ড্ৰাইভ কৰিছিল বিজয়ে।

প্ৰথম পৃষ্ঠাত কোনো বিশেষ নতুন খবৰ নাই। সেই একেই ধৰণৰ একঘেয়েমী লগা খবৰবোৰ। চাৰি নং তথা শেষ পৃষ্ঠাত তৃতীয় কলমৰ এটা বাতৰিত বিকাশৰ চকু থৰ হ'ল। একে উশাহে সি বাতৰিটো পাঢ় গ'ল। তাৰ চকুৱে-মুখে জিলিকি উঠিছিল বিস্ময় সি অস্ফুট স্বৰত উচ্চাৰণ কৰিলে— অঃ···· !!

: কি হ'ল ? —বিজয়ে সুধিলে।

: ষ্ট্ৰেঞ্জ ! —বিকাশে মাথোঁ উচ্চাৰণ কৰিলে।

ষ্ট্ৰেঞ্জ ? কি ? কি হ'লনো ?

: কৃষ্ণা দেবী·······

: কৃষ্ণা দেবী ? মানে ? হঠাতে যে কৃষ্ণা দেবীৰ নাম উচ্চাৰণ কৰিলি ?

: ···ৰহস্য···

: সঁাথৰ এৰি আচল কথা ক, বিকু··· ?

: শুন তেন্তে·······। —বিকাশে এইবুলি কৈ জোৰে জোৰে শেষপৃষ্ঠাৰ বাতৰিটো পঢ়ি শুনালে—

## মায়াপুৰত আতংক !
## হত্যাৰ ব্যৰ্থ চেষ্টা !!
[ নিজা বাতৰি দিওঁতা ]

মায়াপুৰ (৬ নবেম্বৰ) : ১ নবেম্বৰৰ নিশা এঘাৰমান বজাত মায়াপুৰ চহৰত ঘটা ঘটনা এটাই মায়াপুৰবাসী ৰাইজৰ মাজত চাঞ্চল্যৰ সৃষ্টি কৰে।

মায়াপুৰৰ এগৰাকী সৰবৰহী আৰু সমাজ সেৱিকা মহিলা কৃষ্ণা দেৱীক তেওঁৰ কোঠাৰ ভিতৰত অজ্ঞাত ব্যক্তি এজনে হত্যা কৰিবলৈ চেষ্টা কৰি ব্যৰ্থ হয়।

ঘটনাত প্ৰকাশ—পক্ষাঘাত বেমাৰত আক্ৰান্ত কৃষ্ণা দেৱীয়ে সেইদিনা নিশা এঘাৰমান বজাত বিছনাত শুই শুই উপন্যাস এখন পঢ়ি আছিল। ঠাণ্ডা দিন যদিও তেওঁ খিৰিকীখন খুলিয়েই থৈছিল। এইটো বোলে তেওঁৰ পুৰণি অভ্যাস। আঠুৰা তৰি শোৱাৰ আগে আগেহে খিৰিকীখন বন্ধ কৰে তেওঁ। হঠাতে তেওঁ অস্পষ্টকৈ শব্দ এটা শুনে আৰু পিছ মুহূৰ্ত্ততে তেওঁ আৰ্ত্তনাদ কৰি বিছনাৰ তলত বাগৰি পৰে। বাওঁহাতৰ পৰা সেই সময়ত ধাৰাসাৰে তেজ ওলাবলৈ ধৰাতহে তেওঁ বুজি পায় যে কোনোবাই তেওঁক চাইলেন্সাৰযুক্ত ৰিভলভাৰ নতুবা পিস্তলেৰে গুলিয়াই হত্যা কৰিবলৈ চেষ্টা কৰিছিল। ভাগ্য ভাল আছিল বুলিহে পিস্তলৰ গুলি তেওঁৰ বিপদজনক ঠাইত নালাগি বাওঁহাতত লাগে। তেওঁৰ চিঞৰত ঘৰৰ বাকীবোৰ সদস্যই দৌৰ মাৰি আহে আৰু দৃশ্য দেখি লৰালৰিকৈ ডাক্তৰ মাতি আনে।

ঘটনাটো বৰ্ত্তমান পুলিচৰ তদান্তধীন।

তদুপৰি আৰু এটা ঘটনাই মায়াপুৰৰ আশে-পাশে আতংকৰ সৃষ্টি কৰিছে। আজি কিছু দিন ধৰি মায়াপুৰৰ আশে-পাশে থকা

গাওঁসমূহত বাঘ এটাই গৰু-ছাগলী খোৱাৰ বাদেও এজন ডেকাকো আক্ৰমণ কৰি মৃত্যু মুখত পেলায়। বৰ্ত্তমান গাওঁসমূহৰ ডেকা চামে নিশা দুটা দলত ভাগ হৈ গাৱঁত পহৰা দি থাকিবলগীয়া হৈছে। নৰখাদকটোক মাৰিবলৈ অনুৰোধ জনাই তেওঁলোকে ইতিমধ্যে মুখ্যমন্ত্ৰীৰ হাতত এখন স্মাৰক পত্ৰ দিছে।

পঢ়া শেষ কৰি বিকাশে দীৰ্ঘ নিঃশ্বাস এটা এৰি বিজয়ৰ ফালে চালে। ওঁঠৰ ফাঁকত ছিগাৰেটটো লৈ বিজয়েও তেতিয়া চিন্তিত মনেৰে গাড়ী ড্ৰাইভ কৰি আছিল। লাহেকৈ সি এইবাৰ মাত লগালে।

: মায়াপুৰ নৌ পাওঁতেই ৰহস্য আৰম্ভ হ'ল।

: ঠিকেই কৈছ। কৃষ্ণা দেবীয়ে চিঠিখনত ঠিকেই তেওঁৰ জীৱনৰ আশংকা কৰি লিখিছিল।

: ওঁ। একেবাৰে মিলি গ'ল। আৰু বা তালৈ গৈ কি দেখিবলৈ আৰু শুনিবলৈ পাওঁ!

: চাওঁচোন বাৰু····। স্পিড বঢ়াই দে আৰু অলপ। মায়াপুৰ অভিমুখে, এম্বেচাডৰখন উৰ্ধশ্বাসে গতি কৰিলে। আৰু কিমান দূৰ?

## ॥ সাত ॥

# কৃষ্ণালয়

দুয়ো কাষে গভীৰ জংঘল।

তাৰ মাজেৰে পিচ দিয়া বাটটো। এই বাটটোৰেদিয়েই বিজয় আৰু বিকাশৰ গাড়ীখন আগবাঢ়িছিল। সময় তেতিয়া বিয়লি পাঁচ বাজোঁ বাজোঁ। দুয়োটাই শৰীৰত পাতল ঠাণ্ডাৰ পৰশ এটা অনুভৱ কৰিছিল।

তাৰমানে এইখনেই সেই সংৰক্ষিত বনাঞ্চলখন, যি খনৰ কথা চিঠিত কৃষ্ণা দেৱীয়ে উল্লেখ কৰিছিল। — বিকাশে লাহেকৈ মাত লগালে।

: ওঁ····। এটা কথা নহয়·········

: কি ?

: কৃষ্ণা দেৱীয়ে কোৱামতে তোৰ পৰিচয় হ'ব ইয়াত মৃগাংক বৰুৱা। কিন্তু মোৰ ?

: তই মোৰ বন্ধু। তোৰ নাম হ'ব····ওঁ····ওঁ····ওঁ ঠিক, তোৰ নাম পবিত্ৰ কুমাৰ চলিহা। মোৰ পৰিচয়টো দিম মই কৃষ্ণা দেৱীৰ দূৰ সম্পৰ্কীয় বায়েকৰ ল'ৰা বুলি। ঘৰ হাজোত। দুয়োটাই ঠিকাৰ কাম কৰো। বুজিলি ? মনত থাকিব নে নাথাকে ?

: থাকিব দে। স্মৃতি শক্তি ঠিকেই আছে।

: জংঘলখন বেছ ডাঙৰ আৰু গভীৰ।

: হৱই····। মায়ানগৰী জংঘল। —বিজয়ৰ কণ্ঠত কৌতুক।

: মায়াপুৰৰ মায়াৰপৰা মুক্তি পাবলৈ আমাৰ বা কিমান দিন লাগে এতিয়া ?

: সেইটো প্ৰধানকৈ তোৰ ওপৰতহে নিৰ্ভৰ কৰিছে।

: 'তোৰ' বুলি কৱ কিয়? ক'ব লাগে, 'আমাৰ', বুজিলি? 'আমাৰ' বুলি ক'ব লাগে!

: তোৰ মানেই মোৰ? মোৰ মানেই তোৰ। আৰু তাৰমানেই 'আমাৰ'। তাকো বুজি নাপাবনে?

: বাঃ! কথা ঘূৰাবলৈ ওলট-পালট কৈ খুউব শিকিছ! কুকুৰ..................

: মানি ল'লো, মই কুকুৰ। আৰু এই কুকুৰজনেই তোৰ বন্ধু। ছিঃ লাজ লাগিব লাগিছিল।

: লাজ লাগিব কিয়? যদি কুকুৰটো প্ৰভুভক্ত হ'য়? বাৰু, পেংলাই এৰ। আমি বোধহয় ক্ষন্তেক পাছতে মায়াপুৰত প্ৰবেশ কৰিম। কথাবোৰ মনত থ'বি।

বিজয় মনে মনে থাকিল। ক্ষন্তেক পাছতে সিহঁতৰ গাড়ীখনে মায়াপুৰত প্ৰবেশ কৰিলে।

* * * *

'কৃষ্ণালয়'.................।

দূৰৈৰ পৰাই প্ৰকাণ্ড দ্বমহলীয়া ঘৰটো জিলিকি আছিল। জিলিকি আছিল লাইটৰ পোহৰত। কাৰণ, ইতিমধ্যে পৃথিবীক অন্ধকাৰে গ্ৰাস কৰিছিল।

সক চহৰ মায়াপুৰত আৰু দ্বমহলীয়া ঘৰ এটাও নাই। গতিকে স্বাভাবিক ভাবেই সকলোৱে জানে—একমাত্ৰ দ্বমহলীয়া ঘৰটোৰ নাম—'কৃষ্ণালয়'।

বিকাশ আৰু বিজয়ে অনুমানতে ধৰি লৈছিল—দ্বমহলীয়া এই

ঘৰটোৱেই 'কৃষ্ণালয়' বুলি। কিন্তু তথাপিও সিহঁতে নিশ্চিন্ত হ'বৰ বাবে পথচাৰী যুবক দুজনৰ আগত গাড়ীখন ৰখাই দিলে। মূৰটো বাহিৰলৈ উলিয়াই বিকাশে সুধিলে—

: অলপতেক কথা এটা শুনকচোন?

যুবক দুজন ৰৈ গ'ল। ইটোৱে-সিটোৰ মুখলৈ চালে। তাৰ পাছত শকত যুবকজনে দুখোজ আগুৱাই আহি ক'লে—কওক?

: সৌ দুমহলীয়া ঘৰটোৱেই 'কৃষ্ণালয়' নহয় জানো?

: হয়। তালৈকে আহিছে নেকি?—যুবকজনৰ কণ্ঠত যেন চেপা উত্তেজনা।

: ঠিকেই অনুমান কৰিছে।

: কিয়? আই মীন্, আপোনালোকৰ কোনোবা ৰিলেটিভ নেকি?

যুবকজনৰ এনে ধৰণৰ প্ৰশ্নত বিকাশৰ খঙে মূৰৰ চুলি আগ পালেগৈ। দেখাততো বেছ সুন্দৰ ডেকা, অথচ কথা কোৱাৰ কি বাহাৰ! প্ৰায় বিৰক্তিৰে বিকাশে ক'লে—

আপোনাৰ প্ৰশ্নটোৰ উত্তৰ ঠিক ধৰিব নোৱাৰিলো।

যুবকজনে এইবাৰ মৃদু হাঁহি এটা মাৰি মুখখন ঘুৰাই তাৰ বন্ধুজনৰ ফালে চালে, তাৰ পাছত ছিগাৰেট এটা জ্বলাই জ্বলাই ক'লে।

: কিয় সুধিলো জানে? তালৈ, মানে 'কৃষ্ণালয়'লৈ কৃষ্ণা দেৱীহঁতৰ পৰিয়ালৰ মানুহৰ বাদে অন্য কাকো যাবলৈ দিয়া নাই...............।

: কোনে?—বিজয়ে সুধিলে।

: পুলিছে।—বেপৰোৱা ভাবে যুবকজনে ক'লে।

: কিয়।—বিকাশে ক'লে।

: কালি ৰাতি বোলে তাত কিবা এটা ঘটি গৈছে। আপোনালোকে

বোধহয় নাজানে যে, দুদিনমানৰ আগতে কৃষ্ণা দেবীক কোনোবা ব্যক্তি এজনে হত্যা কৰিবলৈ চেষ্টা কৰিছিল।

: হত্যা !! — বিকাশে আচৰিত হোৱাৰ অভিনয় কৰিলে।

: হয়। আৰু সেইবাবেই 'কৃষ্ণালয়'ত আজিৰ পৰা চোকা প্ৰহৰা। মায়াপুৰৰ বহুতো মানুহে তালৈ খবৰ কৰিবলৈ গৈ উভতি আহিছে। ৰিলেটিভ নহ'লে আপোনালোকৰো সেই একে গতিয়ে হ'ব।

: সম্ভব নহ'ব। যিহেতু, আমি কৃষ্ণা দেবীৰ সম্বন্ধীয় মানুহ।

: আপোনাৰ চেহেৰাটো কিন্তু একেবাৰে ডিটেক্টিভ বিকাশ গগৈৰ দৰে।— যুৱকজনে বিকাশৰ মুখলৈ তীক্ষ্ণ ভাবে চাই হঠাৎ কৈ উঠিল।

সৰ্বনাশ ! তাক চিনি পাইছে দেখোন ! মহা বিপদ এতিয়া। অৱশ্যে যুৱকজনে বিকাশৰ সৈতে তাৰ চেহেৰাৰ সাদৃশ্য থকাৰ কথাহে কৈছে। লৰালৰিকৈ বিকাশে কৈ উঠিল—

: হয় নেকি ? বিকাশ গগৈ আপোনাৰ বন্ধু নেকি।

: বন্ধুৰ কথা কৈছে ? চিনাকীয়েই নাই। বাতৰি কাকতত তেওঁৰ ফটো দেখিছোঁ। বেয়া নাপাব আৰু' কোৱাৰ বাবে ?

: নাই, বেয়া পাম কিয় ? আচল কথা কি জানে ! বহুতেই মোক বিকাশ গগৈ বুলি ভুল কৰে। আচ্ছা, আমি আহোঁ এতিয়া।

: ভাল......... ।

'কৃষ্ণালয়'লৈ গতি কৰি গাড়ীখন আগবাঢ়িল। উঃ ! ধৰা পৰাৰ পৰা ভাল ৰক্ষা পৰিল দুয়োটা।

'কৃষ্ণালয়'ৰ বাউণ্ডেৰীৰ ভিতৰলৈ প্ৰবেশ কৰা প্ৰকাণ্ড লোৰে গে'টখনৰ কাষত বিকাশে এম্বেচাডৰখন ৰখাই দিলে। সিহঁতে দেখা পালে—গেটখনৰ কাষৰ টুল দুখনত চকীদাৰ জাতীয় আদহীয়া

মানুহ এজন আৰু পুলিচ কনিষ্টবল এজন বহি আছে। ওচৰতে এজন সুদৰ্শন চেহেৰাৰ যুৱকে থিয় হৈ কথাপাতি আছে। যুৱক জনৰ পিন্ধনত নিতান্ত সাধাৰণ সাজ। পিন্ধি থকা হাফ ছুৱেটাৰ-টোযে দুই তিনি বছৰৰ পুৰণি, সেয়া দেখিলেই বুজিব পাৰি।

এম্বেচাডৰখন বৈ যোৱাত এইবাৰ ইজনে-সিজনৰ মুখলৈ চালে। প্ৰত্যেকৰে চকুত প্ৰশ্নবোধক চাৱনি।

গাড়ীখনৰপৰা বিকাশ আৰু বিজয় নামি আহিল। দুয়ো তেওঁলোকৰ ফালে আগবাঢ়ি গ'ল। লগে লগে বহি থকা দুজন থিয় হ'ল আৰু সন্দেহ ভৰা চাৱনিৰে বিকাশহঁতৰ মুখলৈ চালে।

: কৃষ্ণা মাহী ঘৰত আছেনে? —বিকাশে সুধিলে।

কৃষ্ণা মাহী? পুনৰ ইজনে সিজনৰ মুখলৈ চালে। অৰ্থাৎ 'কৃষ্ণা মাহী' সম্বোধন কৰা এই যুৱক দুজননো কোন? দেখাত আভিজাত্যৰ ছাপ। তাতে আহিছে গাড়ীত।

: ক'ৰপৰা আহিছে আপোনালোক? —সুদৰ্শন চেহেৰাৰ যুৱক-জনে মাত লগালে।

: হাজোৰ পৰা। —বিকাশে উত্তৰ দিলে।

কৃষ্ণা মাহী আপোনাৰ কোন? — যুৱকজনৰ মূৰ্খতাপূৰ্ণ প্ৰশ্নত বিকাশৰ হাঁহি উঠিছিল যদিও কোনোমতে হাঁহি ৰখাই উত্তৰ দিলে।

: কৈছোঁৱেই দেখোন, মাহী...., কৃষ্ণা মাহী...

যুৱকজনে থত্‌মত্‌ খালে এইবাৰ। কিবা চিন্তা কৰি মাত লগালে—

: চাওক, এইখন ঘৰত সম্প্ৰতি দুটাকৈ ঘটনা ঘটি গৈছে। সেয়েহে পুলিচ ইন্সপেক্টৰ সোনোৱালৰ কঠোৰ নিৰ্দেশ, অচিনাকী কোনো ব্যক্তিকে যেন বৰ্ত্তমান সময়ত 'কৃষ্ণালয়'ৰ ভিতৰলৈ প্ৰৱেশ কৰিবলৈ দিয়া নহয়।

: কিন্তু আমি যে বহুত দূৰৈৰ পৰা………… । —ইচ্ছা কৰিয়েই বিকাশে কথাষাৰ সম্পূৰ্ণ নকৰিলে। চকুৰে-মুখে সি অসহায়তাৰ ছাপ এটা ফুটাই তুলিবলৈ যত্ন কৰিলে।

যুৱকে যেন কিবা চিন্তা কৰিলে। তাৰ পাছত বিকাশ আৰু বিজয়—দুয়োৰে মুখলৈ অনুসন্ধিৎসু চাৱনিৰে চাই মাত লগালে—

: ঠিক আছে, আপোনালোক ক্ষন্তেক অপেক্ষা কৰক। মই খুৰীক কথাটো কওঁ………… । অ, আপোনালোকৰ নাম?

: মোৰ নাম মৃগাংক বৰুৱা। এওঁ মোৰ বন্ধু পবিত্ৰ কুমাৰ চলিহা। খুৰীক আপুনি ক'ব— মৃগাংক আহিছে বুলি। অন্যক মোৰ বিষয়ে ক'লে চিনি নাপাবও পাৰে। কাৰণ বহুতো বছৰ আমাৰ মাজত আহ-যাহ চিঠিৰ আদান-প্ৰদান নাই।

: ভাল। কিন্তু আপুনি খুৰীৰ সৈতে দুই-তিনি মিনিটৰ বেছি কথা পাতিব নোৱাৰিব। কাৰণ, খুৰী খুবেই অসুস্থ অৱস্থাত আছে। দেখিলেই চকুপানী ওলায়।

যুৱক আৰু নৰ'ল। গুচি গ'ল।

বিকাশ আৰু বিজয়ে এইবাৰ বিশাল 'কৃষ্ণালয়'টোৰ ওপৰত দৃষ্টি দিলে। ঘৰৰ সমুখত ডাঙৰ ফুলৰ বাগিছা এখন। বাগিছাখনৰ মাজত পাথৰৰ প্ৰকাণ্ড ফলক এখনত লিখা আছে—'কৃষ্ণালয়'। ফলকখনৰ ওপৰত লাইট এটা।

যুৱকজন উভতি অহালৈ দুয়ো অপেক্ষা কৰি থাকিল।

॥ আঠ ॥

# ৰহস্যৰ আৱৰ্তত

কেই মিনিটমানৰ পাছত যুৱকজন ঘূৰি আহিল। চকুৰে-মুখে বিৰক্তি আৰু খঙৰ চিন। যেন কাৰোবাৰ সৈতে কাজিয়াহে কৰি আহিছে।

: আপোনালোকক খুৰীয়ে মাতিছে। আহক............। —যুৱক জনে ওচৰ পাই এইবুলি কৈ বিৰক্তিৰে পুনৰ ঘূৰিল। অৰ্থাৎ তেওঁৰ পাছে পাছে যাব লাগে।

বিকাশ আৰু বিজয়ে তেওঁক অনুসৰণ কৰিলে।

: আপোনাক কিন্তু চিনি নাপালোঁ। —বিকাশে গল-খেকাৰি এটা মাৰি ক'লে।

: কৃষ্ণাখুৰীৰ মই বৰজনাকৰ ল'ৰা।

: আগতে আপোনাক দেখা মনত নপৰে? নামটো ক'ব নেকি আপোনাৰ? —অনুমানতে বিকাশে মাত লগালে।

: মোৰ নাম দীপক শৰ্মা। মোক দেখিব কেনেকৈ? মই সৰুতেই ইয়ালৈ আহিছিলোঁ। তাৰ পাছত সুদীৰ্ঘ বছৰৰ পাছত আজি এমাহমানৰ আগতে ইয়ালৈ আহিছোঁ।

: আপোনাক খং উঠা যেন লাগিছে? —বিকাশে বক্ৰ চাৱনিৰে দীপকৰ ফালে চাই ক'লে।

: খং? খং আৰু' মোৰ উঠিব কিয়? —খঙেৰেই খং নুঠাৰ কথা দীপকে ক'লে। কিন্তু সি যে নিজকে ফাঁকি মাৰিবলৈ ব্যৰ্থ চেষ্টা কৰিছে, তাৰ আভাষ সু-স্পষ্ট।

দীপকৰ পাছে পাছে গৈ সিহঁত দুয়োটা তলৰ মহলাৰ বিশাল ড্ৰইংৰুমত উপস্থিত হ'ল। গোটেই কোঠাটোত চালে চকুৰোৱা আচবাব। আভিজাত্যৰ পুৰামাত্ৰাই পূৰ্ণ বিকাশ। একোণৰ দেৱালত এগৰাকী মহিলাৰ ডাঙৰ অইল পেইণ্টিং এখন আঁৰি থোৱা আছে। চকু-মুখত এক আচৰিত সম্মোহনী দৃষ্টি। পশ্চিমফালে ওপৰ মহলালৈ যোৱা একা-বেকা চিৰিখন।

দীপকে চিৰিখনৰ ফালে আগবাঢ়ি গৈ চিৰিখনৰ প্ৰথম ঢাপটোত ভৰি দি বিকাশ আৰু বিজয়ৰ ফালে ঘূৰি চালে আৰু স্মিত হাঁহিৰে এইবাৰ মাত দিলে—আহক........ ....

বিকাশ আৰু বিজয়ে তাক অনুসৰণ কৰিলে।

দুটা পাক চিৰিখনৰ অতিক্ৰম কৰি সিহঁতে সমুখতে কোঠা এটা পালে। কোঠাটো অতিক্ৰম কৰি দীঘল মাৰ্ব্বল পাথৰৰ কৰিড'ৰ পালে। সেই কৰিড'ৰেদি সিহঁত আগবাঢ়ি গ'ল। কৰিড'ৰৰ কাষে কাষে ভালেমান কোঠা।

প্ৰায় চাৰিটামান কোঠা অতিক্ৰম কৰাৰ পাছত এটা কোঠাৰ ওচৰত দীপক থমকি ৰ'ল। বিজয় আৰু বিকাশৰ ফালে চাই জোৰকৈ স্মিত হাঁহি এটা মাৰি দেখুৱাই বন্ধ হৈ থকা দুৱাৰখনত ন'ক্ কৰিলে। দুবাৰমান।

'খুট্'কৈ শব্দ এটা কৰি দুৱাৰখন মেলখাই গ'ল। সমুখত নাৰ্ছৰ ড্ৰেছ পৰিধান কৰা এগৰাকী যুৱতী।

: আহক! —দীপকে সিহঁত দুটালৈ চাই মাত দিলে আৰু নাৰ্ছৰ কাষেদি কোঠাৰ ভিতৰলৈ সোমাল। দীপকৰ পাছে পাছে বিকাশ আৰু বিজয়ো আহিল।

সিহঁতে দেখিলে—দামী দামী আচবাবেৰে পৰিপূৰ্ণ কোঠাটোৰ একোণত থকা এখন দামী বিছনাত এগৰাকী সুন্দৰী মহিলা শুই আছে। মূৰৰ চুলিবোৰৰ মাজে মাজে সোণালী বং ধৰিছে। মহিলা

গৰাকী যে গাভৰু বয়সত অতীব সুন্দৰী আছিল, তাক দেখিলেই বুজিব পাৰি। তেওঁৰ গাত লেপ এখন। মাথো মুখখনহে ওলাই আছে। মুখখন কিছু পৰিমানে আতংকগ্ৰস্ত। বিকাশইঁতলৈ তেওঁ এক-থিৰে চাই ৰ'ল।

: খুৰী, এখেতসকলেই............। —দীপকে ক'লে।

: কৃষ্ণামাহী............, মই মৃগাংক.........। —বিকাশে কৃষ্ণা দেবীৰ শেঁতা পৰা মুখখনলৈ চাই মাত দিলে। অৱশ্যে সি অনুমানতে ধৰি লৈছিল—এখেত কৃষ্ণা দেবী হ'বই লাগিব।

: মৃ....গাং....ক ? —নামটো উচ্চাৰণ কৰিলে কৃষ্ণা দেবীয়ে আৰু উঠি বহিবলৈ চেষ্টা কৰিলে। নাৰ্ছ গৰাকী দ্ৰুত পদক্ষেপেৰে তেওঁৰ ওচৰলৈ আহি দুটা গাৰু থিয় কৈ মূৰৰ শিতানৰ ফালে দি কৃষ্ণা দেবীয়ে আৰামকৈ বহিবলৈ সুবিধা কৰি দিলে।

: অৱশেষত তুমি আহিলা, মৃগাংক ? মাহীয়েৰালৈ ভাল মনত পৰিল ? কিমানদিন যে দেখা নাই ! অ,.........এওঁ ? —বিজয়ৰ ফালে চাই কৃষ্ণা দেবীয়ে শেষৰ শব্দ দুটা ক'লে।

: এওঁ মোৰ বন্ধু পবিত্ৰকুমাৰ চলিহা।

: বহা....বহা,....তোমালোক বহা.........

বিকাশইঁত কাষতে থকা ছোফাত বহিল।

শেৱালী। --কৃষ্ণা দেবীয়ে মাত দিলে।

: বাইদেউ ? —ছিষ্টাৰগৰাকী আগবাঢ়ি গ'ল তেওঁৰ ফালে। তাকে দেখি কৃষ্ণা দেবীয়ে হাঁহিলে। নিঃশব্দ হাঁহি। ক'লে—

: তুমি এতিয়া আধাঘণ্টামানৰ বাবে বাহিৰলৈ যোৱা। মানে লাবণ্যৰ সৈতে কথা পাতা নতুবা কিবা কিতাপকে পঢ়ি থাকা।

: ভাল............। —শেৱালী নামৰ ছিষ্টাৰ গৰাকী যাবলৈ বুলি উদ্যত হৈ থমকি ৰ'ল আৰু মৰমসনা মাতেৰে ক'লে - বেছিকৈ কথা নাপাতিব কিন্তু ! আপোনাৰ বাবে ভাল নহয়।

: হ'ব………হ'ব তুমি যোৱা……… । বিতৃষ্ণাৰে কৃষ্ণাদেবীয়ে ক'লে । শেৱালী ওলাই গ'ল ।

কৃষ্ণা দেবীয়ে এইবাৰ কাষতে থিয় হৈ থকা দীপকৰ ফালে চাই কৈ উঠিল—

: তই আক' ইয়াত থিয় হৈ আছ কিয় ? কি লাগে তোক ? ওলা………ওলা………, ইয়াৰ পৰা ওলা……… ।

: খুৰী……… ! —খং আৰু বিৰক্তি তথা বিকাশহঁতৰ ওচৰত অপমানিত হোৱাৰ প্ৰতিবাদত দীপকে চেপা সুৰত উচ্চাৰণ কৰিলে ।

: দী-প ক ! এনেদৰে মোক ৰঙা চকু তই দেখুৱাবলৈ নাহিবি । তহঁতৰ লগত দিনে নিশাই কেপ্‌কেপাই আছোঁ । এতিয়া মোক মৃগাংক আৰু তেওঁৰ বন্ধুৰ সৈতে নীৰৱে অলপ কথা পাতিবলৈ দে । যা………… । —আদেশৰ সুৰত কৃষ্ণা দেবীয়ে ক'লে ।

বিকাশহঁতৰ আগত অপমানিত হৈ দীপকৰ গাল-মুখ ৰঙা পৰি গৈছিল । খঙেৰে যাবলৈ বুলি উদ্যত হওঁতেই কৃষ্ণা দেবীয়ে পুনৰ মাত দি উঠিল—আৰু শুন…………

দীপক ৰৈ গ'ল যদিও মুখখন মুঘূৰাই মাত দিলে- কওক ? ………

: লাবণ্যক কবি—এওঁলোকৰ বাবে ভালদৰে চাহ-তাহ সাজু কৰিবলৈ । আৰু তলৰ মহলাৰ আলহী কোঠাটো লাবণ্যক খুলি দিবলৈ কবি । এওঁলোক দুদিনমান থাকিব ।

: ভাল । —দীপকে প্ৰস্থান কৰিলে । অৱশ্যেই মনত বিৰাগ ভাব এটা লৈ ।

কৃষ্ণা দেবীয়ে এইবাৰ দীৰ্ঘনিঃশ্বাস এটা এৰিলে আৰু বিকাশ-বিজয় দুয়োজনৰে ফালে চাই ক'লে—কোনোবা এজনে দুৱাৰখন বন্ধ কৰি দিয়া । ছুকটো লগাই দিবা ।

বিকাশে উঠি দুৱাৰখন বন্ধ কৰি দিলে ।

কোঠাটোত কিছু সময় নিস্তব্ধতাই বিৰাজ কৰি থাকিল । কোঠা-

টোত যেন অপাৰ্থিব মুহূৰ্ত।

: বেয়া নাপাবা। তোমালোকক মই 'তুমি' বুলিয়েই সম্বোধন কৰিছোঁ। 'মাহী'য়ে নিশ্চয় 'বায়েক'ৰ ল'ৰা-ছোৱালীক 'আপুনি' বুলি সম্বোধন নকৰে। বেয়া পাইছা নেকি? —কৃষ্ণা দেবীয়ে দুয়োৰে মুখলৈ চাই নিস্তব্ধতা ভংগ কৰি কৈ উঠিল।

: নাই·······নাই, বেয়া পাম কিয়? বৰঞ্চ 'আপুনি' বুলি সম্বোধন কৰা হ'লে মানুহৰ মনত অনাহকতে সন্দেহৰ উদ্ৰেক হ'ব।—বিকাশে কৈ উঠিল।

॥ ন ॥

## গুপুত কথা

দীপকৰ প্ৰতি কৃষ্ণা দেবীয়ে কৰা ব্যৱহাৰত বিকাশ - বিজয় দুয়োটাই মনে মনে আচৰিত হৈছিল। কৃষ্ণা দেবী দীপকৰ প্ৰতি যেন ভীষণ ভাবে বিৰক্ত। আৰু এই বিৰক্তিৰ অন্তৰালত নিশ্চয় কিবা কাৰণ থাকিব লাগিব।

: তোমালোকৰ বাটত একো কষ্ট হোৱা নাছিলতো? —কৃষ্ণা দেবীয়ে সুধিলে।

: একো কষ্ট হোৱা নাই। — বিজয়ে ক'লে।

: মনত সন্দেহ হৈছিল, তোমালোকে মোৰ চিঠিখন পালানে নাইবা। আৰু পালেও আহা নে নাহা? যাহওক, মই এতিয়া নিশ্চিন্ত হ'লোঁ।

: নহাৰ প্ৰশ্নই নুঠে। বিপদত পৰা লোকক সহায় কৰাটোৱেই যে আমাৰ কাম। — বিকাশে ক'লে।

: এইখন ঘৰত কথা পাতিবলৈও ভয় লগা হ'ল ..........

: কিয় ?

: চি, আই, ডি ........ ! — অস্ফুট স্বৰ কৃষ্ণা দেবীৰ।

: চি, আই, ডি।

: ওঁ...। এইখন ঘৰৰ প্ৰত্যেকটো প্ৰাণীয়েই মোক সন্দেহৰ চকুৰে চায়। আৰু সেইবাবে মোৰ ওপৰত গুপ্তচৰগিৰী....

: আপুনি কিবা প্ৰমাণ পাইছে জানো?

: প্ৰমাণ। আৰে, মোৰ মূৰৰ চুলিত সোণালী বৰণ ধৰিলে।

মই আৰু মানুহ চিনি নাপামনে? কাৰ কি উদ্দেশ্য, সেয়া মই খুউব ভালদৰে বুজি পাওঁ। মোক, এই বুঢ়ীক আৰু কোনেও বেলেগে বুজাব নালাগে। — কিছু কৰ্ক্ষ সুৰত কৃষ্ণা দেবীয়ে প্ৰায় উত্তেজিত ভাবে কৈ উঠিল।

: উত্তেজিত নহ'ব, মাহী। আপুনি এতিয়া দুৰ্ব্বল হৈ আছে।

: দুৰ্ব্বল? ......ওঁ, মই সঁচাকৈয়ে বৰ দুৰ্ব্বল। কিন্তু দুৰ্ব্বল কিয় হৈছোঁ তোমালোকে জানা?—কৃষ্ণা দেবীয়ে দুয়োৰে মুখলৈ চালে আৰু তাৰ পাছত পুনৰ কৈ উঠিল,— দুৰ্ব্বল হৈছোঁ এইখন ঘৰৰ প্ৰত্যেকটো প্ৰাণীৰ বাবে। নিজৰ পুত্ৰয়ো ইয়াৰ পৰা বাদ নপৰে। বুজি পাবা, তোমালোক ইয়ালৈ আহিলা যেতিয়া অচিৰেই সকলো বুজি পাবা। মাথোঁ প্ৰত্যেকৰে গতিবিধি তীক্ষ্ণ ভাবে লক্ষ্য কৰি থাকিবা। শত্ৰু, ঘৰ শত্ৰু............ !! – কৃষ্ণা দেবীয়ে শেষৰ শব্দ তিনিটা ঠিক এনেদৰে উচ্চাৰণ কৰিলে, তেওঁ যেন বমিহে কৰি পেলাব।

: হাতখন চাওঁ আপোনাৰ, গুলি ক'ত লাগিছিল! — কৃষ্ণা দেবীক উত্তেজিত হোৱা দেখি কথাৰ প্ৰসংগ সলনি কৰিবলৈ বিকাশে কৈ উঠিল।

: আঁহা, দুয়োজনে ওচৰলৈ আঁহা। —কৃষ্ণা দেবীয়ে এইবুলি কৈ লাহে লাহে লেপখন ডিঙিৰপৰা কিছু তললৈ নমালে।

বিকাশ আৰু বিজয়ে বহাৰ পৰা উঠি তেওঁৰকালে আগবাঢ়ি গ'ল।

: এয়া, এই বাওঁ হাতখন।

দুয়োটাই দেখিলে — বাওঁহাতখনৰ বাউসীৰ তলতে বেণ্ডেজ। অৰ্থাৎ গুলি তাতেই লাগিছিল। নকৰিলে বেয়া দেখি কাৰণেই বিকাশ আৰু বিজয় — দুয়োটাই মুখেৰে সমবেদনাসূচক শব্দ দুটামান কৰিলে। তাৰপাছত বিকাশে ক'লে—

: আপোনাৰ ভাগ্য ভাল আছিল যে……

: ক'তনো ভাগ্য ভাল! — বিকাশৰ কথাত বাধা দি কৃষ্ণা দেবীয়ে কৈ উঠিল—মৰা হ'লেহে ভাল হ'লহেঁতেন। অন্ততঃ এই অশান্তিৰ মাজত জীয়াই থাকিব নালাগিলহেঁতেন। এতিয়া তোমা-লোক অহাত মই এইটো নিশ্চয় আশা কৰিব পাৰোঁ যে, শান্তি ঘূৰাই পাম?

: আমি চেষ্টা কৰিম। — বিকাশ আৰু বিজয়ে প্ৰায় একে-লগে কৈ উঠিল।

: মোৰ হাতত গুলি লগা কথাটো দীপকবোলাটোৱে ক'লে হ'বপায়?

: নাই, আমি বাতৰি কাকততহে খবৰটো পালোঁ।

: বাতৰি কাকতত? — কৃষ্ণা দেবীৰ দুচকু বিস্ফাৰিত হ'ল। পুনৰ ক'লে – মোলৈ গুলি মৰা কথাটোও বাতৰি-কাকতত প্ৰকাশ কৰিব লাগেনে? সাংবাদিকজনৰ আৰু কাম নাই……

বিকাশৰ বুজাত কোনো কষ্ট নহ'ল যে—কৃষ্ণা দেবী বৰ্ত্তমান ভীষণভাবে মানসিক অস্থিৰতাত ভুগিছে। কথাবোৰেই তেওঁৰ অস্থিৰ মনৰ অৱস্থা প্ৰকাশ কৰি দিয়ে।

: এতিয়া আপুনি লাহে লাহে আমাক কওঁকচোন, কিহৰ বাবে আপুনি আমাক মাতি আনিছে? —বিকাশে ক'লে।

বিকাশৰ কথাত কৃষ্ণা দেবী শিয়ৰি উঠাৰদৰে হ'ল। যেন বিকাশে নক'বলগীয়া কথা এষাৰ কৈ পেলালে।

: এতিয়াই? এতিয়াই ক'ব লাগে? কি যে কোৱা! আগতে চাহ-তাহ কিবা অলপ খাই লোৱা। তাৰ পাছত তোমালোকক থাকিবলৈ দিয়া কোঠালৈ গৈ মুখ-হাত ধুই, ইচ্ছা হ'লে গা-ধুই, কাপোৰ-কানি সলাই লোৱা। তাৰপাছত কম। তোমালোকৰ শুনিও ভাল লাগিব। এতিয়া ইমান দূৰ বাট আহি নিশ্চয়

ভাগৱত আছা !·········অ', তোমালোক দুয়ো আহিলা কিহত ?

: নিজৰ এম্বেচাডৰ গাড়ীখনত············ ।

: প্ৰাইভেট ডিটেক্‌টিভবোৰৰ বহুত টকা নহয় ? গাড়ী-চাড়ী লৈ বেছ আৰামেৰে আছা । – কৃষ্ণা দেবীয়ে কথাটো এনে এটা ভংগীত ক'লে যে, বিকাশৰ লগে লগেই খং উঠি গ'ল । বিজয়ৰো । কিন্তু দুয়োটাই কোনোমতেহে মনৰ খংটো দমাই ৰাখিলে । বিজয়ে বিকাশৰ মুখৰ ফালে চাই কিবা এটা ক'বলৈ লওঁতেই কোঠাটোৰ বন্ধ দুৱাৰখনত সশব্দে কৰাঘাত হ'ল । ইটোৱে সিটোৰ মুখলৈ চালে ।

: কোন ? — ক্ষীণ কণ্ঠেৰে এইবুলি কৈয়েই কৃষ্ণা দেবীয়ে বিজয়ৰ ফালে চাই কৈ উঠিল — কোন জানো ! বেয়া নাপাবা, দুৱাৰখন খুলি দিয়াচোন············

কিন্তু বিজয় উঠাৰ আগতেই বিকাশ উঠিল আৰু আগবাঢ়ি গৈ দুৱাৰখন খুলি দিলে । সমুখত থিয় হৈ আছে গহীন মুখেৰে ৩৪/৩৫ বছৰীয়া এগৰাকী বিবাহিতা নাৰী । বিকাশক দেখি তেওঁ থত্‌মত্‌ খালে । হয়তো ভবা নাছিল তেওঁ, সমুখত এনেদৰে এজন অচিনাকী যুৱক থিয় হৈ থাকিব বুলি । বিকাশে তৎক্ষণাৎ ঘূৰি আহি পুনৰ চোফাখনত বহিল ।

নাৰী গৰাকীও এইবাৰ ভিতৰলৈ সোমাই আহিল । কৃষ্ণা দেবীয়ে তেওঁৰফালে চাই কৈ উঠিল—

: কোন ?·····অ',·····লা-ব-ণ্য········ ।

বিকাশ আৰু বিজয়ে বুজিলে—তাৰমানে এই গৰাকীয়েই কৃষ্ণা দেবীৰ বৰ বোৱাৰী লাবণ্য ।

: হয় মা ।·········চাহ দিছো····· । — লাবণ্যৰ কথাত বিকাশৰ এনে লাগিল, চেতাৰৰ ঝংকাৰ এটাহে যেন কোঠাটোত শুনা গ'ল । ইমান মিহি কণ্ঠ । গান গায় নেকি বাৰু লাবণ্য দেবীয়ে ? অন্ততঃ

মিহি মাতটো শুনি তাৰ তেনে যেনেই লাগিল।

: লাবণ্য······ ··। —কৃষ্ণা দেবীয়ে মাত দিলে।

কিছু সংকোচ ভাবেৰে তললৈ মূৰ কৰি থকা লাবণ্যই এইবাৰ মূৰ তুলি শাহুৱেকৰ ফালে চালে। কৃষ্ণা দেবীয়ে ক'লে—

: ইহঁত দুটাৰ আগত ইমান লাজ কৰি দেখুৱাব নালাগে দিয়া। এওঁ হৈছে মৃগাংক বৰুৱা, মোৰ সম্বন্ধীয় বাইদেউ এগৰাকীৰ ল'ৰা। মই তাৰ মাহী। আৰু এওঁ পৱিত্ৰকুমাৰ চলিহা। মৃগাংকৰ বন্ধু।········মৃগাংক আৰু পৱিত্ৰ, এওঁ মোৰ বৰ বোৱাৰী—লাবণ্য।

: কৃষ্ণা দেবীয়ে চিনাকী কৰি দিয়াত পৰস্পৰে পৰস্পৰক নমস্কাৰ জনালে। লাবণ্য দেবীক দেখি বিকাশৰ বৰ সৰলমনৰ নাৰী যেন লাগিল। যেন গোটেইজনী একেবাৰে আজলী। বয়সো বৰ বেছি হোৱা নাই।

: সৰু বোৱাৰী তৃষ্ণা ঘৰত নাই। বাপেকৰ ঘৰলৈ গ'ল। বাপেকৰ অসুখ বোলে! জানো পায়!! সচাঁই নে মিছা! — বিতৃষ্ণাৰ সুৰত কৃষ্ণা দেবীয়ে পুনৰ কৈ উঠিল।

: আহক···....। — লাবণ্যই দুয়োটাৰ উদ্দেশ্যে কৈ উঠিল।

: যোৱা·······যোৱা, চাহ খাই লোৱা। আৰু বোৱাৰী, চাহ-তাহ খোৱাৰ পাছত এওঁলোকৰ কোঠাটো এওঁলোকক দেখুৱাই দিবা। যোৱা তোমালোক·········। — শেষৰ শব্দ দুটা কৃষ্ণা দেবীয়ে প্ৰায় আদেশৰ সুৰত ক'লে।

বিকাশ-বিজয় উঠিল আৰু লাবণ্য দেবীক অনুসৰণ কৰিব লওঁতেই কৃষ্ণা দেবীয়ে মাত দি উঠিল—

: মৃগাংক, শুনা·········।

বিকাশ তেওঁৰ ওচৰলৈ আগবাঢ়ি আহিল। ফুচফুচাই কোৱাদি কৃষ্ণা দেবীয়ে এইবাৰ ক'লে—বেগেতে আহিবা; কথা আছে। গুপুত কথা।·······যোৱা···········

॥ দহ ॥

## ৰহস্যময়ী

ডাইনিং ৰুমটো বিৰাট ডাঙৰ। ডাঙৰতো ডাঙৰেই, জাকজমকীয়াও। বিকাশ-বিজয়ে তবধ মানিলে। ডাইনিং ৰুমৰ দেৱালতো কৃষ্ণা দেৱীৰ এখন অইল পেণ্টিং। ওচৰতে এজন সুস্বাস্থ্যৰ-সুন্দৰ চেহেৰাৰ পুৰুষৰ অইল পেণ্টিং।

খাবলৈ বহি বিকাশে সুধিলে—

: অইল পেণ্টিঙৰ এই পুৰুষজন কোন, নবৌ ?

নবৌ ! লাবণ্য যেন শিয়ৰি উঠিল। বিকাশৰ ফালে কেৰাহিকৈ চালে তাই। চালে 'নবৌ' সম্বোধনটোৰ বাবে। লাহেকৈ উত্তৰ দিলে—

: মোৰ শহুৰ দেউতাৰ পেণ্টিং সেইখন····।

: অ' ! আপোনাক মই নবৌ বুলিয়েই মাতিব লাগে। আপুনি বেয়া পাইছে নেকি বাৰু ? —বিকাশে ক'লে।

: বেয়া ? নাই····নাই, বেয়া আক' পাম কিয় ?

: আপুনি কিন্তু আমাক 'তুমি' বুলিয়েই মাতিব।

: হ'ব। খোৱাচোৱা··· । আৰু দুখনমান লুচি দিওঁ ?

বিকাশ বিজয়ে নালাগে বুলি ক'লে যদিও লাবণ্যই প্ৰায় জোৰ কৰি সিহঁতৰ ডিছত লুচি দি দিলে।

: নিদিব···নিদিব··· । নষ্ট হ'ব মিছাতে···। —বিজয়ে প্ৰতিবাদ কৰি কৈ উঠিল।

: মিছাতে নষ্ট কৰিবলৈ দিয়া নাই, খাবলৈহে দিছোঁ। নষ্ট কৰিবলৈহে বনাইছোঁ নেকি ? —লাবণ্যই সলজ্জ হাঁহিৰে কৈ উঠিল।

: পেটত ঠাই থাকিলেহে…· ।

: ডেকা মানুহ। খাব নোৱাৰিবানে? আজিকালিৰ ডেকাই কিমান সাংঘাতিক কাম কৰিব পাৰে! আৰু তোমালোকে সামান্য লুচি দুখনমান খাব নোৱাৰাটো মই বিশ্বাস কৰিমনে?

বিকাশ বা বিজয়, কোনেও আৰু আপত্তি নকৰি খোৱাত লাগিল।

কিছু সময় নিস্তব্ধতা। ············

নিস্তব্ধতা ভংগ কৰি লাৱণ্যই মাত লগালে— তোমালোক দুয়োজনৰ কোনোবাই মাছ বা মাংস নোখোৱা কোনোবা আছা নেকি?

: হঠাৎ এই প্ৰশ্নৰ মানে? —বিকাশে মূৰ তুলি লাৱণ্যৰ ফালে চাই কৈ উঠিল।

: ভয় খাব নালাগে। এতিয়া আৰু সেইবোৰ একো খাবলৈ নিদিওঁ।—লাৱণ্যই স্মিত হাঁহি মাৰিলে।

: কিন্তু সুধিলে কিয়?

: মানে নিশাৰ ভাতৰ দিহা কৰিবলৈ লাগিবতো। কেইবাদিনো কোনোবা আলহীৰ বাবে সযতনে মাছ বা মাংস বনোৱাৰ পাছত গম পাওঁ, আলহীয়ে অমুকহে নাখায়, তমুকহে নাখায়। বৰ খং উঠে তেতিয়া। সেয়েহে আজিকালি এইখন ঘৰৰ অতিথিক প্ৰথমেই প্ৰশ্ন কৰি লওঁ—তেওঁ কি খায়—নাখায়। বেয়া নাপাবা আৰু·····

: ভালেই কৰে। বেয়া আমি অকনো পোৱা নাই। পাছে এটা অনুৰোধ, আমি আছোঁ বুলি আপুনি মাছ-মঙহৰ ব্যৱস্থা কৰিব নালাগে। যদিও আমি সকলো খাওঁ।

: সেয়া গৃহস্থৰ কথা। —লাৱণ্যই বৰ বস পোৱাদি কৈ উঠিল।

: এটা কথা সুধোঁ?

: কিনো ? সোধা··· । —লাবণ্যৰ ছুচকুত কৌতুহল ।

: প্ৰশ্নটো কিছু ব্যক্তিগত । বেয়া নাপায়তো ?

: কিনো এনে বেয়া পাবলগীয়া প্ৰশ্নটো কৰিবা ? কোৱা, বেয়া নাপাওঁ । আমাৰ ভালপোৱা, বেয়া পোৱা আৰু কি ? সোধা···· । —লাবণ্য দেবীৰ কণ্ঠত যেন কিছু বিতৃষ্ণাৰ সুৰ ।

: দীপক, মানে দীপক শৰ্মা নামৰ যিজন যুবক আছে এইখন ঘৰত, তেওঁক মাহীয়ে খুউব এটা ভাল দৃষ্টিৰে নাচায় যেন বোধ হ'ল । কিয়বা ?

: বিকাশৰ কথাত লাবণ্যই তৎক্ষণাৎ একো উত্তৰ নিদিলে। কিন্তু তেওঁৰ মুখৰ ৰং যে মুহূৰ্ততে সলনি হৈ গ'ল, সেয়া বিকাশৰ তীক্ষ্ণ চকুত ধৰা পৰি গ'ল । পুনৰ ক'লে সি—

: কৃষ্ণা মাহী তেওঁৰ বোলে খুৰী । অথচ তেওঁকতো মই আগতে কোনোদিনে দেখা নাই ! মাহীৰ কথা-বতৰাৰ পৰা অনু-মান হ'ল—মাহী যেন তেওঁৰ প্ৰতি বৰ বিৰক্ত । —বিকাশে ইচ্ছা কৰিয়েই বিৰক্তিৰ ভাব প্ৰকাশ কৰিলে ।

: সেই পাতক ময়ো ভালদৰে চিনি নাপাওঁ । এমাহমানৰ আগ-তেই এইখন ঘৰলৈ আহিছে । সম্বন্ধৰ সূত্ৰ ধৰি । অনাহকতে আনৰ কথাত মূৰ ঘমাই চেল্ বেলাই থাকে । কোনেনো ভাল পাব ? —মূৰৰ খোপাটোৰ ওপৰত এনেয়ে হাত ফুৰাই ফুৰাই লাবণ্যই কিবা এক বিতৃষ্ণাৰে কথাখিনি ক'লে ।

বিজয়ে আঁৰ চকুৰে তেওঁলৈ চালে ।

বিকাশৰ অনুসন্ধিৎসু দৃষ্টি আছিলেই । স্বাভাবিক বাতাবৰণ এটা ঘুৰাই আনিবলৈ বিকাশে এইবাৰ কৈ উঠিল— আহ ! বহুত খোৱাই দিলে আপুনি । উঠোঁ ।

: ব'লা, তোমালোকৰ বিশ্ৰামৰ কোঠাটো দেখুৱাই দিওঁ । —কিছু নিৰ্লিপ্ত আৰু অন্যমনস্ক ভাবেৰে লাবণ্যই মাত লগালে ।

## ॥ এঘাৰ ॥

# গুপুত কথা

: নবৌ.......অ' নবৌ, চাহ একাপ খাবলৈ বৰ মন গৈছে....... ।

বিকাশ আৰু বিজয়ে যাবলৈ উঠিছিলহে, ঠিক সেই মুহূৰ্ত্তে এইদৰে কৈ কৈ ডাইনিং ৰুমলৈ সোমাই আহিল এগৰাকী গাভৰু।

গাভৰুৰ চেহেৰা দেখি বিকাশ আৰু বিজয় দুয়োটাই তবধ মানিলে। ইমান ৰূপ! যেন ভগৱানে সকলোবোৰ সৌন্দৰ্য এই গাভৰু গৰাকীৰ শৰীৰত সিঁচি দিছে। অতীব সুন্দৰী এই গাভৰু গৰাকী যেন এগৰাকী দেবী। স্বৰগৰ পৰা নামি আহিছে।

বিকাশ আৰু বিজয়ক দেখি গাভৰু গৰাকীয়ে থত্‌মত্‌ খালে। ডাইনিং ৰুমত এই মুহূৰ্ত্তত বোধহয় বাহিৰা কোনো ব্যক্তিক আশা কৰা নাছিল। স্বাভাবিক হ'বলৈ চেষ্টা কৰি গাভৰুৱে এইবাৰ লাবণ্যৰ ফালে চাই পুনৰ কৈ উঠিল—চাহ বনাইছে নিশ্চয়? হ'বনে একাপ নবৌ!

: বনাই দিওঁ ৰ'বা। বহাচোন....... । লাবণ্যই হাঁহি ক'লে।

গাভৰুৰ সাজ-সজ্জাতে বিকাশ আৰু বিজয়ে বুজি পাইছিল যে, গাভৰুৱে ক'ৰবাৰপৰা ফুৰি মেলি ঘৰ সোমাইছে।

নবৌ, অৰ্থাৎ লাবণ্যৰ কথাত গাভৰুৱে বিকাশ আৰু বিজয়ৰ ফালে বক্ৰ দৃষ্টি এটা নিক্ষেপ কৰি চকী এখনত বহি পৰিল।

: চিনেমা চালা? – লাবণ্যই সুধিলে।

: চালোঁ। থাৰ্ডক্লাছ! ইম্‌মান বাজে বুলি জনা হ'লে নাচালোঁহেঁতেন। —গাভৰুৱে কৈ উঠিল।

: মই তোমাক সেইবাবেই কৈছিলোঁ, আজিকালিৰ হিন্দী ছবি-বোৰ চাই কোনো লাভ নাই ; অৱশ্যে দুই-এখন বাদ দি। তুমিহে…। অ', পাহৰিছিলোঁৱেই, ৰাণীয়ে বোধহয় এওঁলোকক চিনি পোৱা নাই নহয় ? এওঁ হৈছে মাৰ সম্বন্ধীয়া বায়েকৰ পুত্র মৃগাংক বৰুৱা। আৰু এওঁ মৃগাংকৰ বন্ধু পবিত্রকুমাৰ চলিহা। এওঁকো তোমালোকে নিশ্চয় চিনি পোৱা নাই নহয় ? এওঁ মোৰ সৰু ননদ ৰাণী।

: নমস্কাৰ ! —ৰাণীয়ে বিকাশ আৰু বিজয়লৈ চাই নমস্কাৰ জনালে।

দুয়োটাই প্রতি নমস্কাৰ জনোৱাৰ পাছত ৰাণীয়ে বিকাশলৈ চাই কৈ উঠিল—

: কি আচৰিত ! মায়ে আজিলৈকে আপোনাৰ কথা আমাক কোৱা নাই। কি নাম বাৰু আপোনাৰ মাৰ ?

: সত্যবতী বৰুৱা। —বিকাশে তৎক্ষণাৎ উত্তৰ দিলে। বিজয়ে কোনোমতেহে নহঁহাকৈ থাকিল।

ৰাণীয়ে কিছু সময় কিবা যেন চিন্তা কৰি কৈ উঠিল—ওঁ…হো, এই নামটো মাৰ মুখত কেতিয়াবা শুনিছোঁ বুলি মনত নপৰে। ঘৰ ক'ত বাৰু আপোনাৰ ?

: হাজোত……। —বিকাশে গহীনাই ক'লে।

: হাজোত যে মাৰ সত্যবতী বুলি এগৰাকী সম্বন্ধীয়া বায়েক আছে, সেই কথা আজিহে গম পালো। পাছে আপুনি বন্ধুসহ ধূমকেতুৰদৰে যে আজি ইয়াত হঠাৎ আবির্ভাব হ'ল, নিশ্চয় ইয়াৰ অন্তৰালত কিবা কাৰণ লুকাই আছে ? —কথাখিনি কৈ ৰাণীয়ে বিকাশ আৰু বিজয়ৰ কালে তীর্যক চাৱনি নিক্ষেপ কৰিলে। যেন তাই সিহঁত দুটাৰ উপস্থিতি সহ্য কৰিব পৰা নাই।

: ৰা……ণী……!! —মৃদু ভৎসনাৰ সুৰত লাবণ্যাই অস্ফুট সুৰত উচ্চাৰণ কৰিলে।

ৰাণীয়ে নবৌয়েকৰ ফালে চাই ইঁহা যেন কৰিলে। বিকাশ আৰু বিজয়—দুয়োটাই ৰাণীৰ কথাত স্বাভাবিক ভাবেই অপ্ৰস্তুত-বোধ কৰিলে। ৰাণীয়ে পুনৰ কৈ উঠিল—

: খং কৰিছে কিয়, নবৌ? মিছা কথা কৈছোঁ জানো? আপোনা-লোকেও কওকচোন, মই কিবা বেয়া কথা কৈছোঁ নেকি? সঁচা কথা ক'বলৈ মই ভয় নকৰোঁ, যি কম, মুখৰ আগতে কম। ইমান বছৰে আপোনালোকৰ ছাঁটোকে দেখা নাই! আজি হঠাৎ 'মাহী' বুলি মায়াপুৰলৈ লৰৰি অহাৰ অন্তৰালত নিশ্চয় কিবা কাৰণ থাকিবই লাগিব!

: ৰাণী, ছিঃ......, নাপায়। কিয় এনেদৰে কৈছা? মায়ে গম পাব লাগিলে.........

লাবণ্যৰ কথা শেষ হোৱাৰ আগতেই ৰাণীয়ে বাধা দি কৈ উঠিল,—অন্যৰ যোগেদি মায়ে গম পাব নালাগে। মই নিজেই মাক কম। মই কিবা কাৰোবালৈ ভয় কৰোঁনে? সঁচা কথা কোৱাত কিহৰ ভয়?

ৰাণী এইবাৰ থমকি ৰ'ল আৰু বিকাশ-বিজয় দুয়োটাৰ মুখলৈ চাই ক'লে—আপোনালোকে আৰু' বেয়া নাপাব। মই মাথোঁ মোৰ মনৰ কথাখিনি ক'লো। জানে, মই স্পষ্টবাদী বাবেই বহুতে মোক দন্দুৰী আৰু ক'ত যে কি বুলি নকয়। হাঁহি উঠে মোৰ। কোনে কি কয়, নকয় তালৈ পৰোৱাই কৰিব নালাগে। কি বুলি কয় আপোনালোকে?

ৰাণীৰ স্পষ্ট কথাবোৰ শুনি বিকাশে মনে মনে তবধ মানিছিল। জীৱনত সি বহুতো নাৰীৰ সংস্পৰ্শলৈ আহিছে, কিন্তু ৰাণীৰদৰে ইমান স্পষ্টবাদী সি কাকো পোৱা নাই। ৰাণীয়ে কথাবোৰ মিছাও কোৱা নাই। এনে ক্ষেত্ৰত স্বাভাবিক ভাবেই যিকোনো মানুহৰ মনলৈ কিছু পৰিমানে হ'লেও সন্দেহৰ ভাব অহাটো স্বাভাবিক

কথা। সেয়ে সি ৰাণীৰ প্ৰশ্নটোৰ উত্তৰত তাইৰ কথাখিনি সমৰ্থন কৰি কৈ উঠিল—

: আপুনি ঠিক কথাই কৈছে। আমি অকণো বেয়া পোৱা নাই।

বিকাশৰ কথা শেষ হওঁ কি নহওঁতেই লাবণ্যই থৰ্‌ থৰকৈ কৈ উঠিল—

: ইচ্‌! তুমি আৰু ৰাণীক 'আপুনি' 'আপুনি' বুলি কৈছা কিয়? তাই তোমাৰ ভনী নহ'ল জানো? 'তুমি' বুলি ক'বা তাইক।

: কোৱাত আপত্তি নাই। কিন্তু এওঁ আমাক 'ককাইদেউ' হিচাপে লোৱা-নোলোৱাটোহে ডাঙৰ কথা। এওঁ আমাক সন্দেহ কৰিছে। গতিকে এওঁ যদি মনৰ সন্দেহ দূৰ কৰি আমাক 'ককাই-দেউ' হিচাপে সহজ ভাবে গ্ৰহণ কৰি ল'ব পাৰে, তেন্তে আমিও এওঁক সহজভাবে ভনী হিচাপে গ্ৰহণ কৰিব পাৰিম।

: মিছা কথা। —ৰাণীয়ে যেন প্ৰতিবাদ কৰি উঠিল, : আপোনা-লোককতো মই সন্দেহ কৰা নাই! 'মাহী' বুলি মাৰ ওচৰলৈ হঠাৎ লৰৰি অহা বাবে মনৰ ক্ষোভ খিনিহে প্ৰকাশ কৰিলোঁ। 'ক্ষোভ' আৰু সন্দেহ'ৰ মাজত ডিফাৰেঞ্চ আছে নিশ্চয়? বাৰু, এতিয়া এইবোৰ বাদ দিয়ক। মোক 'ৰাণী' বুলিয়েই মাতিব। মই আপোনালোকক 'মৃগাংকদা' আৰু 'পবিত্ৰদা' বুলি মাতিম। পাছে নবৌ, মোৰ চাহৰ কি হ'ল?

: বনাইছোঁ ৰ'বা। অ', তোমালোকেও আৰু একাপ একাপ চাহ খাবা নেকি?— লাবণ্যই কৈ উঠিল।

: নাই, নাখাওঁ নবৌ। ৰাণীকে দিয়ক। আমি যাওঁ। কাপোৰ কানি সলনি কৰি লওঁ।— বিকাশে ক'লে।

: তোমালোকৰ কোঠাটো মই দেখুৱাই দিয়াই নাই নহয়! ৰাণী, ক্ষন্তেক অপেক্ষা কৰা। মই এওঁলোকক এওঁলোকৰ কোঠাটো

দেখুৱাই দিওঁগৈ।

: এটা কথা……… ……। -- বিস্ময়ে ক'লে।

: কি বাৰু? — লাবণ্যই মাত দিলে।

: আমাৰ এৰিষ্ট'ক্ৰেট চুটকেচ দুটা গাড়ীতে আছে। সেই দুটা লৈ আহোঁগৈ আগে……।

: ইচ্! অধনিৰেপৰা কোৱা নাই কিয়? মায়ে গম পাব লাগিলে আমাকে গালি পাৰিব। ৰ'বা, তোমালোকে আনিব নালাগে। টেংকুক কৈ অনাই দিওঁ। — এইবুলি কৈ লাবণ্য আৰু নৰ'ল। 'টেং……কু, অ,' টেংকু……' বুলি চিঞৰি চিঞৰি বাহিৰ ওলাই গ'ল।

: কেইদিন থাকিব আপোনালোক? — ৰাণীয়ে ক'লে।

: সেয়া মাহীয়েহে জানে। সুদীৰ্ঘ বছৰৰ পাছত অহাৰ বাবে মাহীৰ যে কি খং! কৈছে, মই অনুমতি নিদিয়ালৈকে এইখন ঘৰৰ পৰা যাব নোৱাৰা। চাওঁচোন! অৱশ্যে বেছিদিন থাকিবও নোৱাৰোঁ। কাম এৰি। — বিকাশে ক'লে।

আপোনালোকে বোধহয় গম নাপায় এটা কথা? — ৰাণীয়ে এইবাৰ অনুচ্চ সুৰত ক'লে।

: কি কথানো?

: আহিছে যেতিয়া সকলোবোৰ কথাই গম পাব। লাহে লাহে। মায়ে নিজেই ক'ব আপোনালোকক।

: তোমাৰ কথাত কিবা যেন ৰহস্য লুকাই আছে।

: ৰহস্য? — ৰাণীয়ে সশব্দে হাঁহি উঠিল। হাঁহি ৰখাই ক'লে: আচল কথা কি জানে? মাৰ বহুত দিনৰ পৰাই ভয়……

: ভয়? বিকাশে আশ্বৰ্য হোৱাৰ অভিনয় কৰিলে।

: ওঁ, ভয়। প্ৰাণ আশংকাৰ ভয়। বহুত দিনৰ পৰাই মাৰ মনত ভয় এটা সোমাই গৈছিল যে, যি কোনো মুহূৰ্তত তেওঁক

কোনোবাই হত্যা কৰিব পাৰে।

: আচৰিত! মাহীৰ মনত হঠাৎ এনে ভাবৰ উদ্ৰেক হোৱাৰ কাৰণ?

: নাজানো। সুধিলেও নকয়। মাথোঁ কয় — 'মোৰ শত্ৰু বহুত। হত্যাৰ ষড়যন্ত্ৰ কৰিছে সকলোৱে'

: এই 'সকলোবোৰ' কোন, একো ইংগিত নোপোৱানে?

: এই 'সকলোবোৰ'ৰ ভিতৰত যদি ময়ো থাকোঁ, তেতিয়া?

বিকাশ আৰু বিজয়ৰ চকু যেন বিস্ফাৰিত হ'ল। কি কথা কৈছে ৰাণীয়ে?

ৰাণীয়ে এইবাৰ মৃদু হাঁহি এটা মাৰি ক'লে—আচলতে মাৰ মনত আমি সকলোবোৰ তেওঁৰ শত্ৰু। তেওঁক হত্যা কৰি এই বিশাল সম্পত্তি হস্তগত কৰিবলৈ চেষ্টা কৰিছোঁ। ভাবি চাওক-চোন, কথাটো কিমান হাস্যকৰ।

: কথাটো সঁচাই আচৰিত।

: আচৰিত আমি এতিয়া সচাঁই হৈছোঁ। কাৰণ, অজ্ঞাত কোনোবা ব্যক্তিয়ে মাক হত্যা কৰিবলৈ চেষ্টা কৰিছিল। ভাগ্য ভাল, গুলি বুকুত নালাগি মাৰ বাওঁহাতত লাগিল! তেতিয়াৰ পৰা...........

কিন্তু সেই মুহূৰ্ত্তে লাবণ্য কোঠাটোলৈ সোমাই অহাত ৰাণীয়ে থমকি ৰ'ল। লাবণ্যই কৈ উঠিল—

: আঁহা। তোমালোকৰ কোঠাটো দেখুৱাই দিওঁ। চুটকেছ দুটা কোঠাত থোৱাই দিছোঁ। আহা............

## ॥ বাৰ ॥

### শত্ৰু

বিকাশ আৰু বিজয়ে কাপোৰ-কানি সলাই আৰামকৈ বহি ছিগাৰেট এটা এটা জ্বলাই লওঁতেই এনেয়ে জপাই থোৱা দুৱাৰ খনত মৃদু কৰাঘাত হ'ল।

: কোন? — বিজয়ে সুধিলে।

: মই, টেংকু·· ····

: সোমাই আহ········

দুৱাৰখন এইবাৰ খোল খাই গ'ল। সোমাই আহিল বিছ-বাইছ বছৰীয়া এজন চাহ মজদুৰ অসমীয়া যুৱক। পিন্ধনত পায়জামা আৰু স্পাৰ্টিং গেঞ্জী এটা। মুখৰ চেহেৰাত কঠোৰতাৰ ছাপ। বাওঁগালত কাটি শুকাই যোৱাৰ স্বাক্ষৰ এটা জিলিকি আছে।—

বিকাশ আৰু বিজয়ে তাৰফালে জিজ্ঞাসা ভৰা দৃষ্টি নিক্ষেপ কৰাত সি কৈ উঠিল—

: বাইদেৱে আপোনালোকক এতিয়াই মাতিছে।

: বাইদেউ? কোন বাইদেউ? —বিকাশে ক'লে।

: বাইদেউক চিনি নাপায়? ৰাণী বাইদেউৰ মাক আকৌ····। —টেংকুৱে কৈ উঠিল। এটা সৰু ল'ৰাৰ দৰে। তাৰ কোৱাৰ ভংগীটো দেখি বিকাশ আৰু বিজয়ৰ হাঁহি উঠি গ'ল যদিও কোনোমতে হাঁহিটো ৰখাই থ'লে। সি আকৌ ক'লে—

: বাইদেউৰ খুব খং উঠিছে। আপোনালোকক বোলে সোন-কালে মাতিছিল। মোক ক'লে—নবৌৰ সৈতে ডাইনিং টেবুলত

বোধহয় আড্ডা মাৰি আছে। মাতি আনগৈ। পাছে ডাইনিং ৰুমলৈ গৈ দেখোঁ— নাই।

: বাৰু ···· বাৰু, হ'ব। তই যা। আমি গৈ আছোঁ।— বিকাশে ক'লে।

টেংকুৱে পুনৰ কিবা ক'বলৈ বুলি মুখখন মেলিও একো নকৈ নিৰৱে গুচি গ'ল।

   

: বহা·······।— গহীন শব্দেৰে কৃষ্ণা দেবীয়ে ক'লে।

বিকাশ আৰু বিজয়, দুয়োটা বহিল।

: ইমান পলম কৰিলা যে?

: নাই, ক'তনো পলম? চাহ খাই খাই লাবণ্য নবৌৰ সৈতে দুই-এটা কথা পাতি আছিলোঁ।— বিজয়ে ক'লে।

: 'দুই-এটা' কথা পাতিবলৈ সময় কিন্তু বহুত লাগি গ'ল। — কৃষ্ণা দেবীয়ে 'দুই-এটা' শব্দটোৰ ওপৰত জোৰ দি ক'লে।

বিকাশৰ খং উঠি আহিল। কৃষ্ণা দেবীয়ে যেন পলম হোৱাৰ বাবে সিহঁত দুটাৰ ওচৰত কৈফিয়ৎ বিচাৰিছে। কোনোমতে মনৰ খংটো দমাই ৰাখি বিকাশে ক'লে—

: যদি দীঘলীয়া 'দুই-এটা' কথা হয়, তেন্তে নিশ্চয় সময় লাগিব। তাতে ৰাণীৰ লগতো দুই-এটা কথা পাতিব লগীয়া হৈছিল।

বিকাশৰ মনৰ খং চতুৰা কৃষ্ণা দেবীয়ে সম্ভৱ বুজি পাইছিল। সেয়ে তেওঁ প্ৰত্যুত্তৰ হিচাপে স্মিত হাঁহি এটা মাৰি দেখুৱালে।

কেই ছেকেণ্ডমান মৌন মুহূৰ্ত পাৰ হ'ল।

কৃষ্ণা দেবীয়ে হঠাৎ এইবাৰ কিছু কঠোৰভাৱে মাথোঁ উচ্চাৰণ

কৰিলে— হা··· ৰা····ম····জা····দী···· !!

: কোন ? — বিকাশে সুধিলে।

: কোন হ'ব আৰু! লাবণ্য আৰু ৰাণী।

: মানে ? — বিকাশ হতভম্ব হ'ল।

: মোৰ বিৰুদ্ধে কি কি কথা ক'লে দুয়োজনীয়ে ?

: আপোনাৰ বিৰুদ্ধে ?

: তেন্তে আৰু কাৰ বিৰুদ্ধে ক'ব ? বুজিছোঁ, সেই বাবেহে তোমালোকৰ ইমান পলম হ'ল!

: নাই····নাই···। আপোনাৰ বিৰুদ্ধে আৰু' তেওঁলোক দুয়োয়ে আমাক কি ক'ব ? একো কোৱা নাই। আপুনি মিছাতে সন্দেহ কৰিছে। — ব্যস্ততাৰে বিকাশে কৈ উঠিল।

: মিছাতে সন্দেহ মই কাকো নকৰোঁ। তোমালোকে নাজানা, এইখন ঘৰৰ সকলোবোৰ শত্ৰু। সকলোৱে মোৰ বিৰুদ্ধে ষড়যন্ত্ৰ ৰচনা কৰে।

: আপোনাৰ মনত এই সন্দেহ হোৱাৰ কাৰণ ?

: সম্পত্তি। মোৰ সম্পত্তিলৈ সকলোৰে লোভ। এই বিশাল সম্পত্তি হস্তগত কৰিবলৈকে মনে মনে সকলোৱে মোৰ বিৰুদ্ধে ষড়যন্ত্ৰ ৰচনা কৰিছে। যাতে মোক হত্যা কৰি এই সম্পত্তি ভোগ কৰিব পাৰে। ময়ো চাই ল'ম। মোৰ বাওঁহাতত গুলি লগাটোৱে কি বুজায় ? তোমালোক আহিছা যেতিয়া মোৰ আৰু এতিয়া চিন্তা নাই। মোৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰা সকলক তোমালোকে প্ৰমাণেৰে সৈতে ধৰাই দিব লাগিব। বিনিময়ত তোমালোকৰ পাৰিশ্ৰমিক যিমান, তাৰ দুগুণ দিম। — একে উশাহে ইমানখিনি কথা কৈ কৃষ্ণা দেৱী যেন ভাগৰি পৰিল।

: পাৰিশ্ৰমিকৰ কথা এতিয়া থাককচোন 'বাৰু। আগেয়ে এইখন ঘৰৰ সকলোৰে বিষয়ে ভালদৰে জানি লওঁ। বুজি লওঁ।

এতিয়ালৈকে আমি অন্ধকাৰতে আছো।

: তোমালোকৰ 'অন্ধকাৰ'খিনি মই 'পোহৰাই' তুলিম নহয়। নহ'লে কামত অগ্ৰসৰ হ'বা কেনেকৈ ? কম, সকলো কম। জানা, মই····

কৃষ্ণা দেবীৰ কথা শেষ হোৱাৰ আগতেই বন্ধ দুৱাৰখনত আঘাত হ'ল—ঠক্····ঠক্····ঠ····ক্····

: কোন ? —বিৰক্তিৰে কৃষ্ণা দেবীয়ে কৈ উঠিল।

: মই, ৰাণী····। দুৱাৰখন খোলা·······। —বন্ধ দুৱাৰখনৰ সিটো প্ৰান্তৰ পৰা ৰাণীৰো বিৰক্তিকৰ কণ্ঠস্বৰ ভাঁহি আহিল।

কৃষ্ণা দেবীয়ে এইবাৰ অস্পষ্ট ভাবে কৈ উঠিল—কিহে জানো পাই ইহঁতক এই সময়ত আহিবলৈ। তাৰ পাছতে তেওঁ বিকাশ—বিজয় দুয়োটাৰে ফালে চাই কৈ উঠিল--

: দুৱাৰখন খুলি দিয়াচোন।

বিকাশে উঠি দুৱাৰখন খুলি দিলে। কোঠাটোৰ ভিতৰলৈ সোমায়েই ৰাণীয়ে বিকাশ আৰু বিজয়ৰ ফালে চাই কৈ উঠিল—

: আৰে ! আপোনালোক ইয়াত ? মই ভাবিছিলো, তলৰ কোঠাত বিশ্ৰাম কৰিছে। দুৱাৰ বন্ধ কৰি কিবা গুপ্ত কথা আলোচনা হৈছিল নেকি ?

: ৰা·······ণী ! তোক সেইবোৰ কিয় ? এইখন ঘৰত গুপ্ত কিবা আছে নেকি, যে গুপ্ত আলোচনা হ'ব ? মৃগাংকৰ সৈতে ঘৰুৱা কথা পাতিলেও তইঁতৰ সন্দেহ। উহ ! মোক আৰু কিমান জ্বালাতন কৰিবি তইঁতে ? —বিকাশে কিবা কোৱাৰ আগতেই কৃষ্ণা দেবীয়ে ক্ষোভেৰে কৈ উঠিল।

: তুমিও যে আৰু, মা ! তুমিনো কি কৰি আছা, খবৰ কৰিবলৈহে আহিছিলোঁ। আৰু তুমি······· । আচৰিত ! এওঁলোকৰ আগত তুমি এনেদৰে ক'ব পাৰিলা ? যাওঁ !! —এইবুলি খঙেৰে ৰাণী ওলাই গ'ল আৰু যোৱাৰ সময়ত দুৱাৰখন জোৰেৰে 'ধৰম্'কৈ বন্ধ কৰি দিলে।

॥ তেৰ ॥

## আতংকিতা কৃষ্ণা দেবী

: ই······হ্‌ ! তাই বেটিয়ে খং দেখুৱাবলৈ আহিছে ! বহুত দেখিছোঁ এনেকুৱা খং । গা জ্বলি যায় এইবোৰ দেখিলে । অসভ্য কৰবাৰ ! —খঙেৰে কৃষ্ণা দেবীয়ে কৈ উঠিল ।

কৃষ্ণা দেবীয়ে নোকোৱাকৈয়ে বিকাশে পুনৰ দুৱাৰখন বন্ধ কৰি দিলে আৰু ছোফাখনত বহি কৈ উঠিল—

: আপোনাৰ শৰীৰ এনেয়ে অসুস্থ । তাতে এনে সৰু সৰু কথাত উত্তেজিত হৈ পৰাটো আপোনাৰ শৰীৰৰ পক্ষে বেয়া ।

: কিন্তু ইহঁতেই মোক উত্তেজিত হ'বলৈ বাধ্য কৰালে মই কৰিম কি ? তুমি একো নাজানা বাবেই 'সৰু সৰু কথা' বুলি কৈছা । উঃ ! —বৰ ভাগৰুৱাৰ দৰে কৃষ্ণা দেবীয়ে দীৰ্ঘ নিঃশ্বাস এটা এৰিলে ।

: মই কিন্তু এতিয়াও কথাটো মানি ল'বলৈ টান পাইছোঁ, মাহী । নিজৰ ল'ৰা ছোৱালীয়ে সম্পত্তিৰ লোভত নিজৰ মাতৃক ষড়যন্ত্ৰ কৰি হত্যা কৰিব ? কথাটো প্ৰমাণ নোহোৱাকৈ মই কেতিয়াও বিশ্বাস নকৰোঁ । অৱশ্যে এইটো স্বীকাৰ কৰোঁ যে, মানৱ চৰিত্ৰ এটা ডাঙৰ ৰহস্য ।

: তুমি তেন্তে সোনকালে 'কৃষ্ণালয়'ৰ মানৱ চৰিত্ৰ বিলাকৰ ৰহস্য উদ্ধাৰ কৰা । —কৃষ্ণা দেবীৰ কণ্ঠত অসহায়ৰ সুৰ ।

: চেষ্টা কৰিম । বাৰু, এটা কথা·········

: কোৱা ?

: আপুনি আপোনাৰ সম্পত্তিৰ কিবা উইল-চুইল কৰিছেনে ?

: নাই কৰা ! —মুখখন বিকৃত ভংগী কৰি কৃষ্ণা দেবীয়ে উত্তৰ দিলে ।

: কিয় ? সম্পত্তিৰ বাবেই যদি আপোনাৰ প্ৰাণৰ আশংকা, তেন্তে সম্পত্তিবোৰৰ এনে এখন উইল তৈয়াৰ নকৰে কিয়, যিখন উইলৰ কথাবোৰ জানিলে আপোনাৰ শত্ৰু বিনাকৰ দ্বাৰা আপোনাৰ জীবনৰ আশংকা নাথাকিব ?

: তুমি ঠিকেই কৈছা । কিন্তু 'লেঠা' তাতেই ...... । - কিবা এক করুণ কণ্ঠেৰে কৃষ্ণা দেবীয়ে ক'লে ।

: লেঠা ? মানে ? —বিকাশ আৰু বিজয়, দুয়োটাই প্ৰশ্ন-বোধক চাৱনিৰে কৃষ্ণা দেবীৰ মুখলৈ চালে ।

: মৃত্যুৰ আগে আগে মোৰ স্বামীয়ে এখন অদ্ভুত উইল কৰি গৈছিল । সেই উইলখন এই অৱস্থাত মই কোনোমতেই সলনি কৰিব নোৱাৰোঁ । —মৃত স্বামীৰ প্ৰতি ক্ষোভ প্ৰকাশ কৰি কৃষ্ণা দেবীয়ে উত্তৰটো দিলে ।

: অদ্ভুত উইল ?

ওঁ, অদ্ভুত উইল । এনে উইল তেওঁ যে কিয় মনে মনে তৈয়াৰ কৰি গৈছিল, মই আজিও বুজিব পৰা নাই । ভাবিলেই গাটো গৰম হৈ উঠে । —এনে এটা ভংগীত কৃষ্ণা দেবীয়ে কথাখিনি ক'লে যে, তেওঁ যেন মনে মনে মৃত স্বামীক অভিশাপহে দিছে ।

: অদ্ভুত উইলখননো কেনেকুৱা, ভাঙি-পাতি কওকচোন ?

: মোৰ পঁচপন্ন বছৰ নোহোৱালৈকে মই উইলখন সলনি কৰিব নোৱাৰিম । চোৱাচোন বাৰু, ই কেনে কথা ! মই যদি পঁচপন্ন বছৰ জীয়াই নাথাকোঁ, তেতিয়া ? তেওঁ কি নিশ্চিন্ত হৈ লৈছিল যে, মই পঁচপন্ন বছৰবো বেছি জীয়াই থাকিম ?

: বৰ্ত্তমান আপোনাৰ কিমান বছৰ ?

: আৰু তিনিমাহৰ পাছতেই মই পঁচপন্ন বছৰত ভৰি দিম ।

এই তিনিমাহ এতিয়া ভালে-কুশলে পাৰ হ'লেই হ'ল।

: আৰু মাত্র তিনিমাহ ......। —বিস্ময়ে বিকাশৰ ফালে চাই অস্পষ্ট ভাবে ক'লে।

: এনে অৱস্থাত মোৰ মানসিক অবস্থা কেনে হ'ব পাৰে, তোমালোকেই ভাবি চোৱা! হয়তো, হ....য়...তো মই তিনিমাহ পূৰ হোৱাৰ আগতেই সিপুৰীলৈ যাব লাগিব। ষড়যন্ত্রকাৰী সকলে ষড়যন্ত্রতো কৰিয়েই আছে! সিদিনাখন মোৰ হাতত গুলি নালাগি বুকুত লগা হ'লে.... !! উঃ ভাবিবই নোৱাৰোঁ। —ৰুদ্ধ আবেগ আৰু ক্ষোভত কৃষ্ণা দেবীয়ে চকু দুটা মুদি দিলে।

কৃষ্ণা দেবীৰ অৱস্থা দেখি বিকাশে এইবাৰ তৎক্ষণাৎ একো উত্তৰ নিদিলে। বৰ দুৰ্ব্বল আৰু অসহায় দেখা গৈছিল কৃষ্ণা দেবীক। যেন পিঞ্জৰাবদ্ধ এজনী পখী। ছট্ফটাই মৰিছে পিঞ্জৰাৰ ভিতৰত। সুযোগ পালেই যেন মুক্ত আকাশৰ নীলিম গগনলৈ উৰা মাৰিব।

: মাহী .......। —বিকাশে এইবাৰ মাত দিলে।

: হুঁ ? —অন্যমনস্কতাৰ সুৰ কৃষ্ণা দেবীৰ কণ্ঠত।

: উইলখনত কি লিখা আছে ?

: কি লিখা আছে ? উইলখনত ! —নিজকে যেন নিজে কৈ উঠিল কৃষ্ণা দেবীয়ে। তাৰপাছত কিছু সময় তলকা মাৰি থাকি কৈ উঠিল—

: এই সম্পত্তিৰ ওপৰত ল'ৰা কেইটা আৰু মোৰ সমান অধিকাৰ আছে। বিয়া দিয়া ছোৱালীজনীয়ে এই সম্পত্তিৰ পঁচিশ শতাংশ পাব। ৰাণীৰ বিয়া নোহোৱালৈকে তায়ো এই সম্পত্তিৰ সমান অধিকাৰী হ'ব। বিয়া হোৱাৰ পাছত অৱশ্যে তায়ো পঁচিছ শতাংশ সম্পত্তি পাব। অবশ্যে দুয়োজনী ছোৱালীয়ে পঁচিছ শতাংশ সম্পত্তি তেতিয়াহে পাব, যদি দুয়োজনীয়ে ভবিষ্যতলৈ কেতিয়াবা টকা-

পইছাৰ ভীষণ বিপদৰ সন্মুখীন হয়। —কৃষ্ণা দেবী থমকি ৰ'ল।

: উইলখনটো প্ৰায় স্বাভাবিক। আপুনি অদ্ভুত বুলি কোৱাৰ মানে বুজি নাপালোঁ। আপোনাৰ পঁচপন্ন বছৰ নোহোৱালৈকে উইলখন সলনি কৰিব নোৱাৰা কথাটোতো মই আচৰিত হোৱা নাই। এনে উইল বহুতেই কৰে। তেন্তে?

: মোৰ কথা এতিয়াও শেষ হোৱা নাই নহয়। —কৃষ্ণা দেবীয়ে প্ৰায় ফুচ্‌ফুচাই কৈ উঠিল।

: মানে উইলখনৰ কথা?

॥ চৌধ্য ॥

## কোন এই অৰূপ দুবৰা ?

: ও, উইল। উইলখনৰ কথাই কৈছোঁ মই।

: কওক? — কৌতূহলেৰে বিকাশে কৃষ্ণা দেবীৰ চকুলৈ চালে। বিজয়ৰ চকুতো কৌতুহল।

: ডাঙৰ ৰহস্য! — অস্ফুট সুৰ কৃষ্ণা দেবীৰ। তেওঁৰ দুচকু যেন বিস্ফাৰিত। অস্ফুট সুৰত তেওঁ পুনৰ কৈ উঠিল — ৰহস্য, ডাঙৰ ৰহস্য। এই ৰহস্য ভেদ কৰিবই লাগিব।

: ৰহস্যটোনো কি? ভাঙি কওক? — বিকাশে কৃষ্ণা দেবীৰ বিস্ফাৰিত মুখখনলৈ চাই কৈ উঠিল।

: শুন, অৰূপ দুবৰা নামৰ এজন যুৱকক তুমি বিচাৰি উলিয়াই দিব লাগিব। অৰূপ দুবৰাৰ পৰিচয় নাপালে মই মৃত্যুৰ পাছতো শান্তি নাপাম।

: আপুনি বৰ বৈ বৈ কথাবোৰ কৈছে। ভাঙি পাতি কওক, মাহী। অৰূপ দুবৰা কোন?

: কৈছোঁৱেই দেখোন, মই নাজানো?

: নামটোৰ সৈতে তেন্তে পৰিচিত হ'ল কেনেকৈ?

: উইলখনৰ দ্বাৰা। মৃত্যুৰ আগতে তেওঁ কৰি যোৱা উইলখনত এই নামটো আছে। তেখেতৰ মৃত্যুৰ পাছতহে উকীল এজনে আহি উইলখন পঢ়ি শুনায়।

: তেখেতৰ মৃত্যু হোৱা কেই বছৰ হ'ল!

: প্ৰায় পাঁচ বছৰ। আৰু এই পাঁচটা বছৰৰ আজিৰ দিন-

টোসৈকে অৰূপ তুৱৰা নামৰ ৰহস্যজনক অজ্ঞাত ল'ৰাজনে মোক শান্তিৰে থাকিবলৈ দিয়া নাই। প্ৰতিটো ক্ষণতে মই অৰূপ তুৱৰাৰ অস্তিত্ব মোৰ কাষত অনুভব কৰোঁ। তদুপৰি প্ৰাণ আশংকাৰ কথা আছেই। এনে স্থলত শান্তিৰে জানো মই জীয়াই থাকিব পাৰোঁ? তোমালোকেও পাৰিবানে? তোমালোকে হয়তো উপলব্ধি কৰিব নোৱাৰিবা, মৰি মৰি জীয়াই থকাৰ শান্তি কেনে হ'ব পাৰে? তাকো এই বয়সত? হে ভগবান! কি কৰোঁ মই?

: আপুনি বৰ্ত্তমান আপোনাৰ মনৰ চিন্তাবোৰ সম্পূৰ্ণ দূৰ কৰি পেলাওক। আমি আহিছোঁ যেতিয়া কিবা এটা নিশ্চয় কৰিম। পাৰেমানে চেষ্টা কৰিম। — বিকাশে কৃষ্ণা দেবীক সান্ত্বনা দিয়াৰ সুৰত ক'লে।

: সেই আশাকে বুকুত বান্ধি' তোমালোকক মাতি আনিছোঁ।

: বাৰু মাহী, তেখেতৰ মানে মহাৰ মৃত্যুৰ কিমানদিনৰ পাছত আপোনালোকে উইলখনৰ কথাবোৰ জানে?

: বাইছ দিনৰ পাছত। কাৰণ, উকীলজনক বোলে নিৰ্দেশ দিয়া আছিল—মৃত্যুৰ বাইছ দিনৰ পাছতহে যেন উইলখন পঢ়ি শুনোৱা হয়।

: উইলখনৰ বিষয়ে আপুনি আগতে জানিছিলনে?

: নাজানো। মৃত্যুৰ দুবছৰমানৰ আগৰ পৰাই তেখেতে উইল এখন কৰিব লাগিব বুলি মাজে মাজে মোক কৈছিল। কিন্তু ইতিমধ্যে উইলখন যে কৰিয়েই পেলাইছিল, সেই কথা মোক ভুলতো কোনোদিনে কোৱা নাছিল।

: অৰূপ তুৱৰাৰ কথা উইলখনত কি বুলি উল্লেখ আছে?

: অৰূপ তুৱৰাৰ পঁয়ত্ৰিছ বছৰ নোহোৱালৈকে তেওঁ একো নাপায়। কিন্তু পঁয়ত্ৰিছ বছৰ পাৰ হোৱাৰ লগে লগে প্ৰতিমাহে দুহাজাৰ কৰি নগদ টকা পাব। তদুপৰি অৰূপে যেতিয়া বিয়া

কৰাব, তেতিয়া বিয়াৰ খৰছৰ বাবদ ত্ৰিছ হাজাৰ টকা পাব। আৰু বিয়াৰ পাছত দুহেজাৰৰ ঠাইত মাহে চাৰি হাজাৰকৈ পাব। টকা একো ডাঙৰ কথা নহয়। কিন্তু ৰহস্যময় এই অৰূপ দুৱৰা কোন ?

: অৰূপ দুৱৰাই কেতিয়া পঁয়ত্ৰিছ বছৰ বয়সত ভৰি দিব ? কিবা জানে ? আৰু অৰূপ দুৱৰাৰ কিবা চিনাক্তকৰণ চিহ্ন ?

: নাজানে। মই একো নাজানো। সেইবোৰ উল্লেখ নাই। পঁয়ত্ৰিছ বছৰ বয়সৰ পৰা এই হাৰামজাদা অৰূপলৈ টকাখিনি প্ৰতিমাহে পঠিয়াই দিয়া হ'ব মিঃ তামুলীৰ যোগেদি।

: মিঃ তামুলী ? কোন এওঁ ?

: উকীল। যি জনৰ ওচৰত উইলখন তৈয়াৰ কৰা হৈছিল। তেখেতৰ অন্তৰংগ বন্ধুও। সম্পূৰ্ণ নাম—প্ৰশান্ত তামুলী

: মিঃ তামুলীয়ে তেন্তে নিশ্চয় অৰূপৰ ঠিকনা জানে। তেখে-তক এই বিষয়ে একো সোধা নাই নেকি ?

: সুধিবলৈ একো বাকী ৰখা নাই। কিন্তু তেখেতে নকয়। মোৰ স্বামীৰ ওচৰত বোলে প্ৰতিশ্ৰুতিবদ্ধ। তদুপৰি আইন মতেও তেওঁ এই বিষয়ে আমাক এতিয়া একো জনাব নোৱাৰে। অৱশ্যে তেওঁ কেতিয়াবা আমাৰ হেঁচাত প্ৰতিশ্ৰুতি ভংগ কৰিলে সেয়া বেলেগ কথা।—কৃষ্ণা দেবীয়ে এইবুলি দীৰ্ঘ নিঃশ্বাস এটা এৰিলে।

: এটা কথা, জনৈক এই অৰূপ দুৱৰাই উইলখনৰ কথা জানেনে নাজানে, সেই বিষয়ে আপুনি কিবা জানেনে ?

: নাজানো।

: মিঃ তামুলীক সোধা নাছিল ?

: সুধিছিলোঁ। কিন্তু তেওঁ মনে মনে থাকিল। তদুপৰি অৰূপ দুৱৰাৰ বিষয়ে ডিটেইলচ্ জানিবলৈ মই তেওঁক টকাৰ

লোভো দেখুৱাইছিলোঁ। কিন্তু তেওঁ সম্পূৰ্ণ নিৰবে থাকিল।

: ইয়াত বুজা যায়, মিঃ তামূলী এজন ন্যায়পৰায়ণ ব্যক্তি। বাৰু, মিঃ তামূলীয়ে যেতিয়া আপোনাক উইলখন পঢ়ি শুনাইছিল, তেতিয়া ওচৰত আৰু কোন কোন আছিল?

: তৃষ্ণাৰ বাদে সকলোৱে আছিল। কাৰণ, অসীমে তেতিয়াও বিয়া কৰোৱা নাছিল। ভাগ্যৰ কি নিষ্ঠুৰ পৰিহাস! আজি অসীম নাই। কিন্তু তৃষ্ণা আছে। তাৰ পুত্ৰ আছে। বেচেৰা বৰ নিৰ্জু ল'ৰা আছিল। সেই সময়ত নবীনো পগলা হোৱা নাছিল। কিন্তু আজি·······।— কৃষ্ণা দেবীয়ে উচুপি উঠিল যদিও সমগ্ৰ মুখ মণ্ডলত বিষন্নতাৰ ছাপ এটা বিয়পি পৰিল। তেওঁৰ মাতৃ জীৱনৰ হাহাকাৰ বিকাশ আৰু বিজয়, দুয়োটাই বাৰুকৈয়ে উপলব্ধি কৰিলে।

কিছু মৌন মুহূৰ্ত পাৰ হৈ গ'ল। ফলত ৱাল ক্ল'কটোৰ পেণ্ডুলামৰ শব্দটো বৰ বিকৃত ভাবে সকলোৰে কাণত বাজিছিল। বিকাশে নিস্তব্ধতা ভংগ কৰিলে,— মা····হী······· !

বিকাশৰ মাতত কৃষ্ণা দেবী যেন উচাপ খাই উঠিল। হয়তো মৌন মুহূৰ্তখিনিত তেওঁ অতীতলৈ উভতি গৈছিল। একো নকৈ তেওঁ এইবাৰ বিকাশৰ মুখৰ ফালে চালে। বিকাশৰ মনত হ'ল —তেওঁৰ চকুৰ কোণত পানী জমা হৈ পানীবোৰ যেন শিললৈ ৰূপান্তৰিত হৈ পৰিছে। য'ত পঞ্জীভূত হৈ আছে অনেক বেদনা, ক্ষোভ আৰু আক্ৰোশ।

: তুমি মোক কিবা প্ৰশ্ন সুধিবলৈ গৈ ৰৈ গ'লা?— কৃষ্ণা দেবীয়ে স্বাভাবিক হ'বলৈ যত্ন কৰি কৈ উঠিল।

: উইলখনত অজ্ঞাত অৰূপ তুৱৰাৰ নামটো আহি পৰাত বাকীবোৰৰ মনত কেনে প্ৰতিক্ৰিয়াৰ সৃষ্টি হৈছিল?

: খং উঠিছিল·······সকলোৰে····। বহুদিনলৈ আমাৰ মাজত

অৰূপ ডুবৰাৰ বিষয়ে আলোচনা হৈছিল। নিশা কোনেও শান্তিৰে শুবলৈ পৰা নাছিলোঁ। কিন্তু সময় আগবঢ়াৰ লগে লগে বাকী-বোৰে অৰূপৰ কথা সম্ভব পাহৰি গ'ল যদিও মই কিন্তু পাহৰিব পৰা নাই। চেষ্টা কৰোঁ পাহৰি থাকিবলৈ, কিন্তু নোৱাৰোঁ। এতিয়া তোমালোকেই একমাত্র মোৰ ভৰসা। অৰূপ ডুবৰাৰ ৰহস্য একমাত্র তোমালোকেহে উলিয়াব পাৰিবা।

: ঠক্....ঠক্....ঠক্.... । — এনেতে সশব্দে বন্ধ দুৱাৰখন বাজি উঠিল। বিকাশ আৰু বিজয়ে পৰস্পৰে পৰস্পৰৰ মুখলৈ চালে। প্রশ্নবোধক চাৱনি।

## ॥ পোন্ধৰ ॥

# হত্যাকাৰী কোন ?

: সম্ভব নাৰ্চ। ইঞ্জেক্‌চন দিবলৈ আহিছে। দুৱাৰখন খুলি দিয়া।—নাই, কৃষ্ণা দেবীৰ কণ্ঠত এইবাৰ আৰু বিৰক্তিৰ ভাব নাই। স্বাভাৱিক ভাবেই তেওঁ ক'লে।

বিকাশে বহাৰ পৰা উঠি দুৱাৰখন খুলি দিলে। সমুখত সঁচাকৈয়ে অথানি দেখা শেৱালী নামৰ নাৰ্চ গৰাকী থিয় হৈ আছে। বিকাশক দেখি জোৰকৈ হাঁহি এটা মাৰিবলৈ চেষ্টা কৰি তাই ভিতৰলৈ সোমাই আহিল।

: শেৱালী····।—কৃষ্ণা দেবীয়ে সম্ভব এনেয়ে মুখৰ ভিতৰতে নামটো উচ্চাৰণ কৰিলে।

: আপোনাৰ ইঞ্জেক্‌চন লোৱাৰ সময় হৈ গ'ল, বহৈদেউ।—এইবুলি কৈ শেৱালীয়ে মুহূৰ্তৰ বাবে বিকাশ আৰু বিজয়লৈ বক্ৰ দৃষ্টি নিক্ষেপ কৰি মুখখন ঘূৰাই ল'লে।

: দেখিছা মৃগাংক, শেৱালীয়ে মোৰ দেহৰ অ'ত-ত'ত ইঞ্জেকচনৰ খুচ মাৰি মাৰি মোৰ দেহাটো ঘূণীয়া কৰি পেলাইছে।—সম্ভব শেৱালীৰ আগত স্বাভাৱিক হ'বলৈকে মুখত জোৰকৈ হাঁহিৰ ৰেখা ফুটাই কৃষ্ণা দেবীয়ে কৈ উঠিল।

শেৱালীয়ে হাঁহিলে। হাঁহি হাঁহিয়েই ক'লে—চিন্তা কৰিব নালাগে বাইদেউ। আৰু মাথোঁ কেইটামান দিন। আপোনাৰ ভালৰ বাবেই এনেদৰে খুচিবলগীয়া হোৱাত মই দুঃখিত।

: জানো আই, তইঁতেনো আৰু মোৰ কি ভাল কৰিবি।

দে, সোনকালে ইঞ্জেকচনটো দে··· ।— কৃষ্ণা দেবীয়ে কৈ উঠিল। তেওঁ শেৱালীক কেতিয়াবা 'তই', কেতিয়াবা 'তুমি' — দুয়োটাই সম্বোধন কৰে। কোনো ঠিক নাই।

শেৱালীয়ে ইঞ্জেকচনৰ সৰঞ্জাম উলিয়াই ল'লে।

বিছ-এক্কৈছ বছৰীয়া গাভৰু শেৱালীৰ গাৰ বৰণ শ্যাম বৰণীয়া যদিও ধুনীয়া। মুখখনত এক নিষ্পাপ সৰলতাৰ ছাপ। হাঁহিলে শেৱালীক যেন আৰু ধুনীয়া দেখি।

কেইমিনিটমানৰ ভিতৰতে ইঞ্জেক্চন দি শেৱালী গুচি গ'ল। বিকাশে দুৱাৰখন বন্ধ কৰি দি কৈ উঠিল—

: আপোনাৰ সৈতে এনেদৰে দুৱাৰ বন্ধ কৰি কথা পাতি থকাৰ বাবে আমাক সকলোৱে সন্দেহ কৰিব পাৰে। আৰু কথা পাতি মানুহৰ মনত সন্দেহ নজগোৱাই ভাল নেকি? বাকী কথা কাইলৈৰ বাবে থাওক।

: সন্দেহ? ···ওঁ, সন্দেহ কৰাটো অৱশ্যে স্বাভাবিক কথা। কিন্তু কৰি থাকক সন্দেহ। মই ভালেহে পাম। মোক যিদৰে ইহঁতবোৰে অশান্তি দি দি মাৰিছে, ময়ো সিহঁতক 'সন্দেহ' অশান্তি দিম। অন্ততঃ, মনত অলপ হ'লেও শান্তি পাম তেতিয়া। গতিকে তোমালোকৰ আৰু কিবা সুধিবলগীয়া থাকিলে সুধিব পাৰা। সময় কিমান হ'ল বাৰু? —এইবুলি কৃষ্ণা দেৱীয়ে বিকাশহঁতৰ উত্তৰলৈ বাট নাচাই ৱাল ক্ল'কটোলৈ চালে আৰু কৈ উঠিল — ভাতৰ সময় এতিয়াও যোৱা নাই। ন'টাই বজা নাই দেখোন! অ' তোমালোকৰ ভাগৰ লাগিছে নেকি বাৰু?

: নাই···নাই, ভাগৰ আমাৰ লগা নাই। —বিজয়ে প্ৰায় ব্যস্ততাৰ সুৰত কৈ উঠিল।

: বাৰু মাহী, আপোনাৰ সৰু পুত্ৰ নবীন পগলা হোৱা কিমান বছৰ হ'ল? —বিকাশে সুধিলে।

: প্ৰায় দেৰ বছৰেই হ'ল ।

: হঠাৎ পগলা হোৱাৰ কাৰণ ? ইয়াৰ অন্তৰালত কিবা কাৰণ আছে নেকি ?

: কাৰণ ? —কৃষ্ণা দেৱী যেন ক্ষণিকৰ বাবে শিয়ৰি উঠিল । ক'লে, —কাৰণ কিবা আছে যদিও মই কিয়, এইখন ঘৰৰ কোনেও নাজানে । মুঠতে হঠাৎ ল'ৰাটোৰ মস্তিষ্কৰ বিকৃতি ঘটিল । নভব্যা-নিচিন্তা কথা ।

: কোনোবা গাভৰুৰ সৈতে কিবা............

: নাই···নাই, তাৰ কোনো গাভৰুৰ সৈতে ভালপোৱা-চোৱা নাছিল । —বিকাশৰ কথা শেষ হোৱাৰ আগতেই তাৰ মুখৰ কথা কাঢ়ি কৃষ্ণা দেৱীয়ে কৈ উঠিল ।

: বাৰু, নবীন পগলা হোৱাৰ আগতে তেওঁৰ স্বভাবত অস্বাভাৱিক কিবা লক্ষণ প্ৰকাশ পাইছিল নেকি ?

: অস্বাভাৱিক লক্ষণ !.! —কৃষ্ণা দেৱীয়ে যেন মনত পেলাবলৈ চেষ্টা কৰিলে । কেইমুহূৰ্তমানৰ বাবে অতীতলৈ উভতি গ'ল তেওঁ । তাৰ পাছত কিছু চিন্তিত সুৰত কৈ উঠিল—

: যি দিনাখনৰ পৰা অসীম নিৰুদ্দেশ হৈছিল, তাৰ পাছদিনাখনৰ পৰাই তাৰ স্বভাৱত কিছু পৰিবৰ্তন দেখা পাইছিলোঁ ।

: নিৰুদ্দেশ ? মানে আপোনাৰ মৃত পুত্ৰ অসীম নিৰুদ্দেশো হৈছিল নেকি ? - বিকাশে যেন ৰহস্যৰ গোন্ধ পালে ।

: ওঁ, সি নিৰুদ্দেশ হৈছিল । দিনটো মোৰ এতিয়াও মনত আছে । দেওবাৰ আছিল সেইদিনা । আবেলি তিনিমান বজাত সি ঘৰৰ পৰা খোজ কাঢ়িয়েই ওলাই গৈছিল । ক'লৈ গৈছিল নাজানো । কৃষ্ণাৰ মতে,—'এনেয়ে অলপ বাটলৈ ওলাই যাওঁ' । কিন্তু সেইদিনা সি ঘৰলৈ উভতি নাহিল । পাছদিনাও আবেলিলৈকে নহা দেখি সি যাব পৰা সম্ভাব্য ঠাই সমূহত মানুহ পঠিয়াই,

ফোন কৰি বিচৰা হ'ল। নাই, ক'তো নাই সি। আবেলি পৰত সংৰক্ষিত বনাঞ্চলখনৰ প্ৰহৰী এজনে আহি সেই মাৰাত্মক খবৰটো দিছিল। কৃষ্ণা দেৱীয়ে কোনামতেহে নকন্দাকৈ থাকিল।

: কি ? —বিকাশে সুধিলে।

: বনাঞ্চলখনৰ মাজত যিটো পুৰণি মন্দিৰৰ ধ্বংসাবশেষ আছে, তাতে সি মন্দিৰৰ বিগ্ৰহ থকা ঠাইখিনিত মৃতদেহ এটা পৰি থকা দেখা পাইছে। মুখখন বোলে বৰ বিকৃত হৈ আছে। চিনিবই নোৱাৰি। তথাপিও তাৰ মনৰ সন্দেহ—সেই মৃতদেহটো অসীমৰে হব লাগিব। লগে লগে ঘৰখনত হুলস্থুল লাগি পৰে। তৃষ্ণাইতো অচেতন হৈ বাগৰিয়েই পৰে। যা হওক, পুলিচত খবৰ দিয়া হ'ল। মৃতদেহটো উদ্ধাৰ কৰি অনাৰ পাছত দেখা গ'ল—ঠিকেই, বীভৎস সেই মৃতদেহটো অসীমৰে মৃতদেহ। মুখখন ইমানেই বিকৃত হৈ পৰিছিল যে, চিনিবই নোৱাৰি। মনত হয়, মুখখনত কোনোবাই যেন আঘাত কৰিছিল। আঘাতৰ ফলতেই এনে অবস্থা। মূৰটোও কেইবাঠাইতো ফটা আছিল। পুলিছে লগে লগে মৃতদেহটো প'ষ্টমৰ্টেমৰ বাবে ডিব্ৰুগড় মেডিকেল কলেজলৈ পঠিয়াই দিয়ে। পুলিছে পাছত আমাক কৈছিল যে, অসীমক কোনোবা শত্ৰুৱে নৃশংস ভাবে হত্যাহে কৰিছে। এটা পৰিকল্পিত হত্যাকাণ্ড। অতৰ্কিত ভাবে তাক আক্ৰমণ কৰা হৈছিল।

: হত্যাকাণ্ডটোৰ তদন্ত হোৱা নাছিল ?

: হৈছিল। কিন্তু পুলিছে হত্যাকাৰীৰ আজি পৰ্যন্ত কোনো শুংসূত্ৰ উলিয়াব নোৱাৰিলে। — ব্যথিত সুৰত এইবুলি কৈ কৃষ্ণা দেৱীয়ে এটা দীঘল হুমুনিয়াহ কাঢ়িলে।

: তাৰমানে অসীমৰ মৃত্যুৰহস্য, ৰহস্য হৈয়েই থাকিল ?

: ওঁ······। কিন্তু এতিয়া মনতে আশাৰ সঞ্চাৰ হৈছে যে, তোমালোকে হয়তো কিবা এটা কৰিব পাৰিবা।

: চেষ্টাৰ ত্ৰুটি নকৰোঁ। বাৰু, নবীনৰ স্বভাৱৰ কি পৰিবৰ্তন হৈছিল, সেই বিষয়ে এতিয়া কওকচোন? — এইবুলি কৈ বিকাশে তাৰ শুকান ওঁঠখন চেলেকিলে। আচলতে তাৰ খুউব চিগাৰেট খাবলৈ মন গৈছিল। কিন্তু এই বয়সস্থা মহিলা গৰাকীৰ আগত সি লুপিবলৈ টান পাইছে। তাতে সি আৰু বিজয়ে তেওঁক 'মাহী' বুলি সম্বোধন কৰাৰ পাছত কোনোবাই যদি সি তেওঁৰ আগতে চিগাৰেট খোৱা বুলি গম পায়, তেন্তে অনাহকতে সি সন্দেহৰ পাত্ৰ হৈ উঠিব পাৰে।

: শুনা······· । — কৃষ্ণা দেৱীয়ে কৈ উঠিল, মই সম্ভৱ তোমালৈ লিখা চিঠিখনত লিখিছিলোঁ যে, সি চিকাৰপ্ৰিয় ল'ৰা। অ'লৈ-ত'লৈ চিকাৰ কৰিবলৈ যায়। বনাঞ্চলখনলৈও যায়। অসীম নিৰুদ্দেশ হোৱাৰ দিনাও সি গৈছিল। ঘূৰি অহাৰ পাছত তাক কিছু অন্যমনস্ক হৈ থকা দেখিছিলোঁ।

: কাৰণ সুধিছিল?

: সুধিছিলো। ওলোটাই সি ক'লে—ক'তনো অন্যমনস্ক হৈ থকা দেখিছ?

: তাৰ পাছত?

: যিদিনাখন অসীমৰ বীভৎস মৃতদেহটো লৈ অনা হৈছিল, সেইদিনা সি মৃতদেহটো দেখিয়েই তীক্ষ্ণ চিঞৰ এটা মাৰি বেহুচ হৈ লুটি খাই বাগৰি পৰে। কন্দা-কটা কৰিছিল সকলোৱেই। কিন্তু তৃষ্ণাৰ লগতে সিও বেহুচ হৈ যোৱাত আমি তেতিয়া কি কৰোঁ-নকৰোঁ অৱস্থা হৈ পৰিছিল।

প্ৰায় তিনিঘণ্টা মানৰ পাছত নবীনে জ্ঞান ঘূৰাই পাইছিল। তাকো ডাক্তৰৰ আপ্ৰাণ চেষ্টাত। তৃষ্ণাই অৱশ্যে তাৰ আগতেই জ্ঞান ঘূৰাই পাইছিল।

নবীনে জ্ঞান ঘূৰাই পোৱাৰ পাছত সি বহুতো সময় তলকা

মাৰি বহি আছিল। ভাবিছিলোঁ — ককায়েকৰ মৃত্যুৰ আঘাতৰ বাবেই তাৰ এই অবস্থা।

: ৰ'ব, অসীমৰ সৈতে নবীনৰ কেনে ধৰণৰ····। — বিকাশৰ কথা শেষ হ'বলৈ নাপালেই, তাৰ আগতেই কৃষ্ণা দেবীয়ে কৈ উঠিল—

: দুয়োটাৰ মাজত ইমানেই বন্ধুত্ব আছিল যে, ককায়েক-ভায়েক বুলি কোনেও নকৈছিল। যি কোনো ধৰণৰ বিষয় নহওক কিয়, দুয়োটাৰ মাজত খোলাখুলিকৈয়ে আলোচনা হৈছিল। আনকি দুয়োটাই এবাৰ ধেমালিৰ ছলেৰে মোক কি বুলি কৈছিল জানা? কৈছিল— দুয়োটাই মিলি বোলে এজনী গাভৰুকে বিয়া কৰাব। কথা শুনি দুয়োটাকে সেইদিনা মই ধমক্ দিছিলোঁ।

: আৰু সেই বাবেই সম্ভব, ককায়েক অসীমৰ হঠাৎ করুণ মৃত্যুৰ শ্বক্ পাই নবীনে মনৰ ভাৰসাম্য হেৰুৱাই পেলালে।— বিকাশে কৈ উঠিল।

: তুমি ঠিকেই কৈছা। এনে আকস্মিক আঘাতৰ বাবে আমিতো কোনেও প্ৰস্তুত নাছিলো। কি কৰিবা আৰু? সকলোবোৰ নেদেখা জনৰ হাতত·······। নবীনক সুস্থ কৰি তুলিবলৈ কিমান কি যে নকৰিলো, কিন্তু সকলোবোৰ বৃথা চেষ্টা।

এনেতে হঠাৎ পুৰুষ কণ্ঠৰ আৰ্ত চিৎকাৰ ভাহি আহিল। বৈ বৈ দুই-তিনিবাৰ মান।

কোন? বিকাশ আৰু বিজয়ে প্ৰথমে ইটোৰে-সিটোৰ মুখলৈ চাই তাৰপাছত কৃষ্ণা দেবীৰ মুখলৈ চালে। কাৰ আৰ্ত চিৎকাৰ এয়া?

॥ ষোল্ল ॥

# সৰ্ব্বনাশৰ ইংগিত

: এয়া নবীনৰ চিঞৰ। —কৃষ্ণা দেৱীয়ে মৃদু সুৰত ক'লে।

: নবীনৰ ! —বিকাশ-বিজয় দুয়োটা আচৰিত হ'ল।

: ওঁ, নবীনৰ। সি মাজে মাজে এনেদৰে চিঞৰে। পগলা হোৱাৰ পাছৰ পৰা। —গহীন সুৰ কৃষ্ণা দেৱীৰ।

: মাজে মাজে মানে ?

: মাহত এবাৰ-দুবাৰকৈ। তাৰ এই চিঞৰটো শুনিলেই মোৰ বুকুখনত শোকে খুন্দা মাৰি ধৰে। ভৰ যৌৱনত ল'ৰাটো ......। ......অসীমৰ মৃত্যুৰ দুদিনমানৰ পাছৰপৰা সি কিবাকিবি মুখৰ ভিতৰতে বকি থাকিবলৈ ধৰিলে। ধমক্ দিলে মনে মনে থাকে। এদিনতো ত্ৰিদিব, মানে ডাক্তৰ ত্ৰিদিব বৰুৱাই মোৰ খবৰ কৰিবলৈ আহোঁতে নবীনে হঠাৎ তেওঁক আক্ৰমন কৰাৰ ভংগীত গাৰ ওপৰত জঁপিয়াই পৰিছিল। নবীনৰ শক্তিৰপৰা ত্ৰিদিবে নিজকে বচাবলৈ অসমৰ্থ হৈছিল। মোৰ চিঞৰত ভাগ্যে হৰেশ্বৰ বোলা কাম কৰা ল'ৰাটোৱে দৌৰ মাৰি আহি ত্ৰিদিবক নবীনৰ কবলৰ পৰা মুক্ত কৰিছিল। নবীনে ভেতিয়া ত্ৰিদিবক বৰ বেয়া কিছুমান গালি পাৰিছিল। অন্য মানুহ হোৱা হ'লে বেয়াই পালেহেঁতেন।

: তাৰমানে নবীন মুকলিমুৰীয়াকৈ আছিল ?

: ওঁ। কাৰণ, বন্ধ কোঠাৰ মাজত তাক বন্দী কৰি থ'বলৈ মোৰ মনে কোৱা নাছিল। তদুপৰি সেই সময়ত তাক বিভিন্ন মনোৰোগ বিশেষজ্ঞই পৰীক্ষাও কৰি আছিল। ডিব্ৰুগড় মেডিকেললৈও

নিয়া হৈছিল। কিছুদিন যেন ভালেই থাকে। কিন্তু আকৌ তাৰ পাগলামি আৰম্ভ হৈ যায়। তেজপুৰতো দুমাহমান আছিল। তাত থাকি বহুতো ভাল হ'ল। অৱশ্যে দুমাহৰ পাছত মৰেই তাক ইয়ালৈ অনোৱাই ল'লোঁ। মনটোৱে নামানিলে। এতিয়াও তাক মুকলিমুৰিয়াকৈয়ে থওঁ। অকস্মাৎ কেতিয়াবা উৎপাতটো বেছি কৰিলে দুৱাৰ বন্ধ কৰি থওঁ।

: উৎপাত বেছি মানে ? —বিকাশৰ দুচকুত কৌতূহল।

: ঘৰৰ বস্তু ভাগি-চিঙি চুৰমাৰ কৰা, ওচৰলৈ কোনোবা গ'লে মাৰিবলৈ খেদি অহা ইত্যাদি। এদিন ৰাণীক আৰু আন এদিন তৃষ্ণাকতো অলপতে মাৰেই! ৰাণীয়ে দৌৰ মাৰি সাৰিছিল; কিন্তু তৃষ্ণাক সি অকস্মাৎ ডিঙিতে চেপা মাৰি ধৰিছিল। ওচৰতে সেইদিনা টেংকু নথকা হ'লে কি যে হ'লহেঁতেন !

: আপোনাৰ প্ৰতি তাৰ ব্যৱহাৰ কেনে? মানে মস্তিষ্কৰ বিকৃতি ঘটাৰ পাছৰপৰা ?

: ভাল। মোৰ লগত খুবেই ভাল। জানা, যেতিয়া সি ভালে থাকে, মোৰ কামলৈ আহি মোৰ খবৰ লয়। এদিন মূৰত হাত ফুৰাই মৰম কৰি কৈছিল—মা, তই সোনকালেই ভাল হৈ যাবি, কোনো চিন্তা নকৰিবি। মই আছোঁ নহয়। —কথাখিনি কৈ কৈ কৃষ্ণা দেৱীয়ে কান্দি দিলে। দুচকুৰেদি চকুপানী বাগৰি আহি গালত পৰিল।

তেওঁৰ এই অৱস্থা দেখি বিকাশ বা বিজয়, কোনেও আৰু একো মাত নামাতিলে।

কিছু মৌন মুহূৰ্ত পাৰ হৈ গ'ল।

বৰ যেন নিষ্ঠুৰ এই মুহূৰ্ত কেইটা।

অনেক আঘাতে ক্ষত-বিক্ষত কৰা কৃষ্ণা দেৱীৰ অন্তৰত তেতিয়া ধুমুহাৰ তাণ্ডৱ লীলা।

পোৱা-নোপোৱাৰ সমষ্টিৰে গঠিত ইয়াৰ নামেই জীৱন। কোনো মানুহৰ জীৱনলৈকে সকলো পোৱাৰ পূৰ্ণতা নাহে। এটা নহয় এটা অভাৱ থাকি যায়। এই 'অভাৱ'খিনিক হাঁহিমুখে গ্ৰহণ কৰাৰ নামেই জীৱন। কৃষ্ণা দেৱীয়েই ইয়াৰ জ্বলন্ত প্ৰমাণ নহয় জানো?

সকলো থাকিও মানুহ গৰাকীৰ যেন একো নাই।

বুকুৰ মাজত মাথোঁ বিৰাট ডাঙৰ এটা শূণ্যতা।

বিকাশে এইবাৰ ক'লে—আপুনি এতিয়া বিশ্ৰাম কৰক। আমি উঠোঁ।

স্থবিৰৰ দৰে বিছনাত পৰি থকা কৃষ্ণা দেৱীয়ে যেন সম্বিত ঘূৰাই পালে। কৈ উঠিল—কি বুলি ক'লা?

: মানে এতিয়া অলপ আৰাম কৰক। আমি উঠোঁ।

: কিয়? সুধিবলগীয়া আৰু একো প্ৰশ্ন নাই?

: আছে। কাইলৈ সুধিম।

: ঠিক আছে। যোৱা তেন্তে। দুৱাৰখন জপাই যাবা। আৰু শুনা, শেৱালীক মাতিছোঁ বুলি ক'বা।

বিকাশ-বিজয় ওলাই গ'ল। সিহঁত দুটা ওলাই যোৱাৰ পাছত কৃষ্ণা দেৱীয়ে দীৰ্ঘ নিঃশ্বাস এটা পেলালে।

* কৃষ্ণা দেৱীৰ কোঠাৰ পৰা ওলায়েই বিকাশে হাত ঘড়ীটোলৈ চালে। ন বাজি পোন্ধৰ মিনিট। চিৰিয়েদি তলৰ মহলালৈ নামি আহোঁতেই টেংকৰ সৈতে মুখামুখি হ'ল। টেংকৰ ফালে চাই বিকাশে সুধিলে—

: নাৰ্চ ক'ত আছে?

: ডাইনিং ৰুমত বহি বাইদেউৰ সৈতে কথা পাতি আছে।

: কোন বাইদেউ? —বিকাশে সুধিলে।

: লাৱণ্য বাইদেউ।

: তইঁতে সকলোকে 'বাইদেউ' বুলিয়ে সম্বোধন কৰ নেকি?—

বিজয়ে মাত লগালে।

: তেন্তেনো কি বুলি কম?

: সেয়া কৃষ্ণা মাহীকে সুধি ল'বি।

বিকাশ-বিজয় ডাইনিং ৰুমৰ ফালে আগবাঢ়িল। সিহঁতে মন নকৰিলে, টেংকুয়ে জ্বলন্ত দৃষ্টিৰে সিহঁত দুটাৰ ফালে চাই আছে। চকুৰে-মুখে এক হিংস্ৰ ভাব।

ডাইনিং ৰুমত উপস্থিত হৈ বিকাশ-বিজয় দুয়োটাই দেখিলে— লাবণ্য আৰু শেৱালীয়ে বহি কথা পাতি আছে। ডাইনিং টেবুল-খনৰ ওপৰত ভাত খোৱা ষ্টিলৰ কাঁহি কেইখনমান গাভৰু এজনীয়ে বহি বহি কাপোৰ এখনেৰে মচি আছে।

বিকাশ আৰু বিজয়ক দেখি তাই যেন লাজতে মৰি গৈছে, তেনে এটা ভংগী কৰি তলমূৰ কৰিলে। মুখখনত অৱশ্যে লাজ-কুৰীয়া হাঁহি এটাও আছে।

বিকাশ আৰু বিজয়ক হঠাৎ দেখি সিহঁতৰ 'আইদেউৰ বুলনি' খন হঠাৎ বন্ধ হৈ গ'ল আৰু সিহঁত দুটাক লাজকুৰীয়া গাভৰুজনীৰ ফালে চাই থকা দেখি লাবণ্যই কৈ উঠিল—

: এইজনী চন্দ্ৰা। আমাৰ ঘৰতে থাকে। বৰ ধুনীয়াকৈ হিন্দী চিনেমাৰ গীত গাব জানে……… … ।

: যাঃ ………… ! —চন্দ্ৰাই যেন মৰিহে যাব।

: ইহ্! এইৰ 'লাজ'টো চোৱা। ককায়েকৰ আগত বাৰু লাজ কৰিব লাগেনে? তোমালোক বহা। —শেষৰ শব্দ দুটা লাবণ্যই বিকাশ আৰু বিজয়ক উদ্দেশ্য কৰি ক'লে।

: নাই, নবহোঁ নবৌ। কথা এটা ক'বলৈহে আহিলোঁ। —বিকাশে ক'লে।

: কথা? কি কথানো? —লাবণ্যৰ দুচকুত উৎসুকতা। সেই কথা লক্ষ্য কৰিয়েই বিকাশে কৈ উঠিল—

: বিশেষ কোনো ডাঙৰ কথা নহয় । শেৱালীক মাহীয়ে মাতিছে ।

কথাষাৰ শুনাৰ লগে লগেই শেৱালী বহাৰ পৰা জাপ মাৰি উঠিল । লাবণ্যই কৈ উঠিল—

: মাতিছে বুলিয়েই দৌৰ মাৰি নগ'লেও হ'ব, শেৱালী । তোমা-লোকেও মুখ হাত ধুই লোৱা । ভাত বাঢ়ো । সময়ো যথেষ্ট হ'ল ।

: ভোক কিন্তু লগাই নাই । —বিকাশে ক'লে ।

: কিন্তু আমাৰ লাগিছে । —লাবণ্যই হাঁহিলে ।

: তেন্তে উপায় নাই । বাটক । —বিকাশেও হাঁহি হাঁহি ক'লে ।

বমুৱা গাভৰু চন্দ্ৰাই কেৰাহিকৈ বিকাশৰ ফালে যিটো দৃষ্টি নিক্ষেপ কৰিলে, সেই দৃষ্টিত যৌনজ কামনাৰো ইংগিত পোৱা যায় । সঁচাকৈয়ে, চন্দ্ৰাৰ দেহত ভগবানে অকৃত্ৰিম ভাবে যৌবন ওপচাই পেলাইছে । গাভৰু মানেই যৌবন । কিন্তু সকলোৰে যৌবনৰ মাজত সৰ্ব্বনাশৰ ইংগিত নাথাকে । যিটো ইংগিত চন্দ্ৰাৰ যৌবনত পৰিস্ফুট ।

॥ সোতৰ ॥

## চন্দ্ৰাৰ লাজ

ডাইনিং ৰুমত খাবলৈ বহি বিকাশ আৰু বিজয়ে মন কৰিলে, সিহঁত দুটাৰ বাদে খাবলৈ আৰু কোনো ডাঙৰ মানুহ বহা নাই। কিন্তু এহাল কিশোৰ-কিশোৰী বহি আছে। সিহঁত দুটাৰ মনৰ কথা বুজিব পাৰিয়েই সম্ভৱ লাৱণ্যই কৈ উঠিল—

: তোমালোকে মোৰ ল'ৰা-ছোৱালী হাল দেখাই নাছিলা নহয় ? ই হৈছে প্ৰমোদ। সপ্তমমান শ্ৰেণীত পঢ়ে। বৰ অঘাইটং। আৰু এই বিদিশা। তৃতীয় শ্ৰেণীত পঢ়ে। হিন্দী ছিনেমাৰ ডিস্কো গীতবোৰ এইৰ মুখৰ আগত।

: ইই.........। —বিদিশাই লাজ কৰি দেখুৱাই তললৈ মূৰ কৰিলে।

: নাপাই নহয় লাজ কৰিব। তহঁত দুটাই দেখোন নমস্কাৰ নজনালি ? নমস্কাৰ দে.......দাদাৰক। —লাৱণ্যই কৈ উঠিল মৰম মিহলি শাসনৰ সুৰত।

প্ৰমোদ আৰু বিদিশাই লাজ-লাজকৈ বিকাশ আৰু বিজয়ক নমস্কাৰ জনালে। বিকাশে মৰমেৰে বিদিশাৰ মূৰৰ চুলিত হাতখন ফুৰাই ক'লে—

: আমি থাকিলে খাবলৈ লাজ লাগিব নেকি, তোমাৰ ?

: নালাগে। —বিদিশাই সৰুকৈ ক'লে।

: খা, তহঁত দুটাই বেগতে খা। —লাৱণ্যই এই বুলি কৈ বিকাশ আৰু বিজয়ক আহাৰ পৰিবেশন কৰাত ব্যস্ত হ'ল। চন্দ্ৰাই

সহায় কৰি দিলে।

: খাওকচোন লাহে ধীৰে। আপুনি ইহঁত দুটাক খেদাবলৈ তৎপৰ আক' হৈছে কিয় ? খোৱা, তোমালোকে আমাৰ সৈতে লাহে লাহে খোৱা দেই····। —বিজয়ে প্ৰমোদ আৰু বিদিশালৈ মৰমেৰে চাই ( কৃত্ৰিম মৰম। কাৰণ তাৰ কিন্তু সিহঁত দুটালৈ অকনোৱে মৰম লগা নাছিল। ) কৈ উঠিল।

: সেই বুলি তোমালোকে আৰ' অতি লাহে লাহে খালে নহ'ব —লাবণ্যই হাঁহি মাৰি এই বুলি কৈ পুনৰ ক'লে, আমাক্তো লাহে লাহে ভোক লাগিছে নহয় ?

লাবণ্যৰ কথাত বিকাশ-বিজয় দুয়োটাই সশব্দে হাঁহি উঠিল। খোৱাৰ আয়োজন দেখি দুয়োটাই কিন্তু তবধ মানিলে। বাপ্‌ৰে ইমানবোৰ আয়োজন। মাংসৰ বাদে ভাজী-চাটনিৰ কোৰটো বেছি। আপত্তি কিন্তু দুয়োটাৰ এটায়ো নকৰিলে। দুয়োটাই খাবলৈ আৰম্ভ কৰিলে।······

: ষ্টাইল দেখুৱাই বস্তু এৰি নষ্ট কিন্তু নকৰিবা। —লাবণ্যই কৈ উঠিল।

চন্দ্ৰাই এইবাৰ সলজ্জ হাঁহি মাৰি লাবণ্যৰ ফালে চাই ক'লে —জানে বাইদেউ, টাউনৰ মানুহবোৰে খোৱা-বোৱা ক্ষেত্ৰত অকণো লাজ নকৰে।

: এইখন তেন্তে গাঁও নেকি ? —বিকাশে তাইলৈ চাই ক'লে।

: ইহ্, ডিব্ৰুগড় তিনিচুকীয়াবোৰহে টাউন। আমাৰ মায়াপুৰখন গাঁৱৰ নিচিনা।

: গাঁৱৰ নিচিনা, কিন্তু গাঁও নহয়। —লাবণ্যই ক'লে।

: আগ মগুহ এডোখৰ কামুৰিবলৈ গৈ বিকাশ হঠাৎ এইবাৰ থমকি ৰ'ল। ইচ্, অথনিৰে পৰা সি এটা কথা পাহৰিয়েই আছিল। লাবণ্য, ৰাণী বা কৃষ্ণা দেৱী—কাকোকে সি সুধা নাই। পাহৰি

আছিল একেবাৰে। তাক এনেদৰে থমকি ৰোৱা দেখি লাবণ্যই কৈ উঠিল—

: কি হ'ল? থমকি ৰলা যে? খোৱা আক'…। নে কিবা পাহৰি থকা কথা মনত পৰিছে?

: তেনেকুৱাই।

: তোমালোক ডিটেক্‌টিভবোৰৰ মূৰৰ ভিতৰত সকলো সময়তে চিন্তা সোমাই থাকে নহয়?

বিকাশ বা বিজয়ে কিবা উত্তৰ দিয়াৰ আগতেই চন্দ্ৰাই কৈ উঠিল—

: অন্য ডিটেক্‌টিপ'বোৰৰ লগত আপোনালোকৰ কিন্তু অক্‌-কনো মিল নাই। —চন্দ্ৰাই মাত লগালে।

: অন্য ডিটেকটিভ মানে? — কৌতূহলেৰে বিকাশে চন্দ্ৰাৰ মুখলৈ চালে।

চন্দ্ৰাই 'ফিক্' কৈ হাঁহি এটা মাৰি 'লজ্জাবতী'ৰ সুৰত ক'লে—

: ছিনেমাৰ 'ডিতাকটিপ'ৰ কথা কৈছোঁ মই। ছিনেমাত দেখোন 'ডিতাকটিপ'বোৰে মূৰত টুপি পিন্ধে, গাত দীঘল কোট পিন্ধে। খুউব পাইপ বা ছিগাৰেট খায়। আপোনালোকৰ ইয়াৰ এটাও নাই। তাতে ছিনেমাববোৰে গানো গায়। আপোনালোকে গাই নে নাগায়?

: গাওঁ। শুনাম বাৰু পাছত। — বিকাশে চন্দ্ৰাৰ কথাত হাঁহি মাৰি ক'লে।

: তই আগতে এটা গাই শুনাচোন। তাৰ পাছত তোক বাৰু দাদাৰহঁতে গাই শুনাব। সেই যে তই কিবা এটা গাৱ এইবুলি—'ডিস্কো দিৱানে'? সেইটোকে গাই শুনা। — লাবণ্যাই ক'লে।

: ওঁ….ওঁ…. বাইদেৱে মোক জোকাইছে। — এইবুলি চন্দ্ৰাই

ৰাঙ্কনিশাললৰে অন্য কোঠাটোলৈ মুখখন ঢাকি লৈ দৌৰ মাৰিলে।

: ইহ,, এই চন্দ্ৰাজনীৰ কথাই প্ৰতি লাজটো চোৱা ? খোৱা, তোমালোকে খোৱা........

ইতিমধ্যে প্ৰমোদ আৰু বিদিশাই থাই উঠি শুবলৈ গুচি গৈছিল।

: তোমাৰ কিবা পাহৰি থকা কথা এটা মনত পৰিছিল নহয়? —লাবণ্যই বিকাশক সোঁৱৰাই দিলে।

: হয়। মানে দাদাৰ কথা মই সুধিবলৈকে পাহৰি আছিলোঁ। তেওঁ ক'ত? — বিকাশে ক'লে।

: দাদা? মানে কোন দাদাৰ কথা কৈছা?

: বিনোদদাৰ কথা কৈছোঁ। আপোনাৰ মিষ্টাৰ......। দেখা নাই যে তেওঁক?

: তেওঁ ইযাত প্ৰায় নাথাকেই। চাহ বাগিছাতে থাকে। বৰ্ত্তমান মজদুৰ ইউনিয়নে বোনাছ লৈ হৰতাল আৰম্ভ কৰাত ভালেমানদিন ঘৰলৈ অহাই নাই। — লাবণ্যই উত্তৰ দিলে।

: চাহ বাগিছা! — বুজি নাপাই বিজয়ে মাত লগালে।

: হয়। জেউতী চাহ বাগিছাখন আমাৰ। ইয়াৰ পৰা প্ৰায় চল্লিছ কিলোমিটাৰ দূৰৈত।

: তাৰমানে আপোনালোকৰ নিজৰ চাহ বাগিছা আছে? —বিজয়ে পুনৰ সুধিলে।

: ওঁ। সৰু সুৰা....

: ইচ,, ইমান ডাঙৰ চাহ বাগানখনক বাইদেৱে সৰু বুলি কৈছে? জানে, বাইদেউহঁতৰ চিনেমা হল এটাও আছে। মায়াপুৰৰ 'কৃষ্ণা' চিনেমা হলটো বাইদেউহঁতৰে। — চন্দ্ৰাই ওলাই আহি মাত লগালে।

: এইটো কথা জানো। যদিও আহ-যাহ নাছিল। — বিকাশে মিছাকৈয়ে কৈ উঠিল। কৃষ্ণা দেবীক 'মাহী' বুলি সম্বোধন কৰি যেতিয়া এইখন ঘৰত প্ৰবেশ কৰিছে, একেবাৰেই একো নজনা কথাটোত লাবণ্য বা বাণীহঁতৰ সন্দেহ হ'বলৈ পাৰে।

॥ ওঠৰ ॥

## নিশাৰ ৰহস্য :

নিশা এতিয়া বহুত।

বিজয় গভীৰ টোপনিত।

বিকাশৰ কিন্তু টোপনি অহা নাছিল। বাৰেপ্ৰতি তাৰ মনত হৈছিল, কৃষ্ণা দেবীৰ আহ্বানত মায়াপুৰলৈ আহি সি যেন সাগৰৰ জোৱাৰত পৰি হাবুডুবু খাইছে।

ঘড়ীলৈ চালে সি। — এটা বাজিবলৈ বাৰ মিনিট আছে।

'কৃষ্ণালয়'ত মৰিশালিৰ নিস্তব্ধতা।

সম্ভৱ, অদূৰৈৰ জংঘলখনৰ পৰাই নিশাচৰ প্ৰাণীৰ চিৎকাৰ ভাহি আহিছিল। প্ৰায় আধাঘণ্টা মানৰপৰা কুকুৰ এটায়ো বৰ বেয়া ধৰণেৰে ৰাউচি জুৰি আছিল। "কুকুৰে এনেদৰে কন্দাটো অশুভ লক্ষণ·····" —বৃদ্ধলোকে কয়। সঁচা-মিছা, বিকাশে নাজানে।

বিকাশে এইবাৰ নিঃশব্দে বিচনাখনৰ পৰা নামিল। নামি গাৰুৰ তলৰপৰা 'মেড ইন্ চাইনা' পেন্সিল টৰ্চটো উলিয়াই ল'লে। এইবাৰ সি নিঃশব্দ ভাবেই বন্ধ হৈ থকা দুৱাৰখন খুলি 'কৃষ্ণালয়'ৰ বিশাল ড্ৰইং ৰূমটোত প্ৰবেশ কৰিলে।

ড্ৰইং ৰূমটোত তেতিয়া নিশাৰ মৰিশালিৰ গভীৰ নিস্তব্ধতা। কোঠাটোৰ চাৰিওটা চুকত 'জিৰ' পাৱাৰৰ বাল্ব জ্বলি আছিল। সেই স্মিত পোহৰত মনত হৈছিল, সমগ্ৰ কোঠাটোত যেন এটা অশৰীৰী পৰিবেশ বিৰাজ কৰি আছে। ·ওপৰ মহলালৈ উঠি যোৱা একা-বেকা চিৰিখন অন্ধকাৰৰ মাজত বিকাশৰ চকুত

ৰহস্যজনক ভাবে ধৰা দিছিল। চিৰিখনৰ প্ৰতিটো ঢাপেই যেন কিবা এক ৰহস্যৰ ইংগিত বহন কৰি আছে। সেই ঢাপত ভৰি দিয়া মানেই যেন মৃত্যু। মৃত্যুৰ আহ্বান !!

সতৰ্কতাৰে চাৰিওফালে দৃষ্টি দি বিকাশে লাহে লাহে চিৰিখনৰ ফালে আগবাঢ়ি গ'ল। তাৰপাছত নিঃশব্দভাবে চিৰিখন বগাই ওপৰ মহলা পালেগৈ। প্ৰথমেই সি ৰাণীৰ কোঠাৰ ফালে গ'ল। কী হোলেৰে সি ভিতৰলৈ জুমি চায় আচৰিত হ'ল।

দেখিলে, ৰাণীৰ ৰুমত তেতিয়াও লাইট জ্বলি আছে। কী হোলৰ মুখামুখিকৈ তাইৰ বিছনাখন আছে। কিন্তু····। ঠিকেই দেখিছে বিকাশে, বিছনাত ৰাণী নাই !

ক'লৈ গৈছে ? সম্ভব বাথৰুমলৈ।

কিন্তু পিছ মুহূৰ্ততে সি দেখিলে—স্লিপিং ড্ৰেছ পৰিহিতা ৰাণী আহি বিছনাখনত বহিল। কিবা যেন চিন্তা কৰিলে। তাৰপাছত গাৰুৰ তলৰ পৰা তাই যিটো বস্তু উলিয়াই আনিলে, দেখি বিকাশ আশ্চৰ্য চকিত হৈ উঠিল।

ৰাণীৰ হাতত এইটো বস্তু কিয় ?

সি দেখিলে– ৰাণীৰ হাতত দীঘল আৰু তীক্ষ্ণ এখন ছুৰী। ছুৰীখনৰ নালটো কাৰুকাৰ্য খচিত। ধাৰ থকা অংশত ৰাণীয়ে এইবাৰ বাওঁহাতৰ আঙুলি এটা দি চালে। অৰ্থাৎ ধাৰ কিমান আছে, সেয়া আকৌ এবাৰ হয়তো নিঃসন্দেহ হৈ লৈছে।

মাকৰ ওপৰত অজান আততায়ীৰ আক্ৰমণত ৰাণীয়ে হয়তো মনে মনে ভীষণ ভয় খাই আছে, আৰু সেইবাবেই তাই ছুৰীখন আনি লৈছে।

কিছু মুহূৰ্তৰ পাছত ৰাণীয়ে ছুৰীখন তোচকৰ তলত থৈ বে'ড চুইছটো অফ্ কৰি দিলে।

বিকাশ এইবাৰ আগবাঢ়ি গ'ল কৃষ্ণা দেবীৰ কোঠাৰ ফালে।

কোঠাটোৰ কাষ পাই কী হোলেৰে ভিতৰলৈ চালে। অসীম অন্ধকাৰৰ বাদে তাৰ চকুত একোৱেই নপৰিল। এক মিনিটমান তাতে থিয় হৈ থাকি সি এইবাৰ লাহে লাহে তাৰপৰা আঁতৰি আহিল।

সি এইবাৰ আগবাঢ়ি গ'ল নবীনৰ কোঠাৰ ফালে। তাৰ ৰুমটো বাহিৰৰ পৰা তলা ল'ক কৰি থোৱা আছে। 'কী হোল'ও আছে। কী হোলেৰে বিকাশে ভিতৰলৈ জুমি চালে। কোঠাৰ ভিতৰত অন্ধকাৰৰ ৰাজত্ব। তাৰপৰা আঁতৰি আহি বিকাশে দীঘল কৰিড'ৰত পাক এটা মাৰি আকৌ লাহে লাহে তললৈ নামি আহিল। ওপৰ মহলাত আৰু কোনো নাথাকে।

এইবাৰ বিকাশে তলৰ মহলাত থকা লাবণ্য দেবীৰ কোঠাৰ ফালে আগবাঢ়ি গ'ল। কিন্তু লাবণ্য দেবীৰ কোঠাটো অন্ধকাৰৰ ৰাজত্ব। লাবণ্য দেবীৰ কোঠাটোৰ কাষৰ কোঠাটো এৰি তাৰ পাছৰটোৱেই দীপক শৰ্মাৰ কোঠা দীপকৰ কোঠাৰ দুৱাৰমুখত বিকাশ থমকি ৰ'ল। ইফালে-সিফালে চাই বাওঁ চকুটো 'কী হোল'ত থ'লে।

দীপকৰ কোঠাত টেবুল লাইট জ্বলি আছিল। বিছনাখনত দীপক শুই আছে। তাৰ বিছনাখন এনে এঠাইত আছিল, যাৰ ফলত তাৰ সমগ্ৰ শৰীৰটো দেখা পোৱা নাযায়। মূৰৰপৰা প্ৰায় বুকুলৈকেহে বিকাশে দেখা পালে। একমনে দীপকে কিবা কাকত এটুকুৰা পঢ়ি আছে। সম্ভব চিঠি।

ক্ষন্তেক পাছতে চিঠিখন থৈ দীপকে মূৰ শিতানৰ ওচৰত থকা ছিগাৰেটৰ পেকেটটো তুলি লৈ ছিগাৰেট এটা উলিয়াই লৈ ওঁঠত গুজি জুইশলাটো তুলি ল'লে। প্ৰথম কাঠিটো দপ্‌কৈ নুমাই গ'ল। এইবাৰ দ্বিতীয় এটা কাঠি উলিয়াই ল'লে।

ছিগাৰেটটো জ্বলোৱাৰ পাছত দীপকে এইবাৰ তাত দীঘল-দীঘলকৈ হোপা কেইটামান মাৰি কিবা যেন চিন্তা কৰিলে। মুহূৰ্তৰ বাবে চকু দুটাও মুদি দিলে।

দীপকক বৰ উত্তেজিত যেন দেখা গৈছিল। পুনৰ সি চিঠি-থন (?) তুলি ল'লে। এফালৰ পৰা পঢ়ি গ'ল। তাৰপাছত সেইখন ভাজ কৰি শোৱাৰ পৰা উঠি তোচকৰ তলত ভিতৰৰ ফালে থৈ দিলে। থৈ সি খেপিয়াই খেপিয়াই যিটো বস্তু উলিয়াই আনিলে, বিকাশ প্ৰায় চমকি উঠিল।

দীপকৰ হাতত সৰু পিষ্টল এটা।

পিষ্টল !!

দীপকৰ হাতত পিষ্টল? কিয়?·····তাৰমানে·······

বিদ্যুৎ গতিৰে বিকাশৰ মনত হাজাৰ সন্দেহ খেলি গ'ল। তাৰমানে দীপকে 'কৃষ্ণালয়'ত আগ্নেয় অস্ত্ৰ লৈ প্ৰবেশ কৰিছে! পিষ্টল লৈ প্ৰবেশ কৰা মানে উদ্দেশ্য যে মহৎ নহয়, সেই কথা স্পষ্ট।

দীপকে এইবাৰ পিষ্টলটোৰ ট্ৰিগাৰত হাত থ'লে। কি কৰিবলৈ ওলাইছে সি? কিন্তু পিছ মুহূৰ্ততে সি পিষ্টলটোত চুমা এটা খাই পুনৰ থৈ দিলে। অৱশ্যে এইবাৰ তোচকৰ তলত নথৈ গাৰুটোৰ ওচৰতে থলে। তাৰপাছত ছিগাৰেট হুপি হুপিয়েই বিছনাত পৰিল।

বিকাশে চাই থাকিল।·············

দীপকে ছিগাৰেট হুপি—হুপিয়েই গাৰুৰ তলৰ পৰা কিবা আলোচনী এখন উলিয়াই পঢ়িবলৈ ধৰিলে। কিছু সময় তাত অপেক্ষা কৰাৰ পিছত লাহেকৈ বিকাশ এইবাৰ আঁতৰি আহিল।

অন্ধকাৰ ড্ৰইং ৰুমটোত ভূতৰদৰে বিকাশ কিছু সময় থিয় হৈ থাকিল। তাৰপাছত সি ভাবিলে ঘৰৰ পাছফালে যোৱা যাওক। কাৰণ, পাছফালৰ চাৰ্ভেণ্ট কোৱাৰ্টাৰত টেংক থাকে। থাকে চন্দ্ৰায়ো। চন্দ্ৰাই অৱশ্যে অকলশৰে নাথাকে। লগত বাৰ-তেৰ বছৰীয়া ভায়েক ৰতন থাকে। দিনত সি মাৰোৱাৰী গেলামালৰ দোকান এখনত কাম কৰে।

## ॥ উনৈছ ॥

## হাৰাধন চকীদাৰৰ আত্মা ঃ

পুৱা চাহৰ টেবুলত বহি বিকাশ আৰু বিজয়ে লক্ষ্য কৰিলে —ৰাণী, নাৰ্চ শেৱালী আৰু লাবণ্যাৰ বাদে আৰু অন্য কোনো নাই। 'অন্য' মানে দীপক। কালি ৰাতি ভাত খাবলৈ বহোঁতেও দীপকক দেখা নাছিল। সেয়ে বিকাশে 'বহুবচন' প্ৰয়োগ কৰি লাবণ্যৰ ফালে চাই ক'লে—

: বাকীবোৰ?

: মানে? — লাবণ্যই বিকাশলৈ প্ৰশ্নবোধক চাৱনি নিক্ষেপ কৰিলে।

: মানে দীপক, নবীন.............

: নবীনৰ চাহ-ভাত ইত্যাদি ময়েই তাৰ কোঠালৈ গৈ দি থৈ আহোঁগৈ। কিন্তু দীপকে নাখায়। গাটো ভাল নহয় বোলে! মই কিন্তু..............

: দীপক নে ফিপক, সেইডাল, ইমান বাহাদুৰী! গা জ্বলি যায়। ডাইনিং টেবুললৈ আহি সি নাখায়। তাৰ ৰুমলৈ গৈ দি থৈ আহিব লাগে। — লাবণ্যাই আৰু কিবা কোৱাৰ আগতেই ৰাণীয়ে খং মিশ্ৰিত ভাবে কৈ উঠিল।

লাবণ্যাই একো মাত নামাতি মাথোঁ ৰাণীৰ ফালে এপলক দৃষ্টি দি কাষতে থিয় হৈ থকা চন্দ্ৰালৈ চাই এনেয়ে শব্দহীন হাঁহি এটা মাৰিলে।

: দীপকৰ বাবে চাহ তুমিয়েই লৈ যোৱা, নহয় জানো? —

ইচ্ছা কৰিয়েই বিকাশে ৰাণীৰ খং উঠাবলৈ কথাষাৰ ক'লে। লগে লগেই ৰাণীয়ে মুখত প্রচণ্ড বিৰক্তিৰ ভাব এটা ফুটাই ক'লে---

: কি বুলি ক'লে? দীপক মহাৰাজৰ বাবে মই চাহ-ভাত লৈ যাম? কি দৰ্কাৰ? তাৰ বাপ জনমৰ মই চাকৰণী নহওঁ""। দেখ্‌খিবই মন নাযায় সেই পাতক। উঃ, কি ভেম! গা জ্বলি যায় দেখিলে। মইতো পাত্তাই নিদোঁ তাক। এই চন্দ্ৰাজনীয়েহে মাজে মাজে তাৰ লগত খিকৃখিকাই হাঁহি কথা-বতৰা পাতে।

: মই কি কৰিম? চাহ-ভাত দিবলৈ যাওঁতে কেতিয়াবা যিহে হাঁহি উঠা কথাবোৰ কয়। — কাষতে থিয় হৈ থকা চন্দ্ৰাই তৎক্ষণাৎ অভিযোগৰ সুৰত কৈ উঠিল।

: নাজানো বুলি ভাবিছ নেকি? ডেকা ল'ৰাৰ লগত কথা পাতিবলৈ পালে তোক আৰু একো নালাগে। — ৰাণীয়ে এইবাৰ কৌতুকৰ সুৰত ক'লে।

: ই""ই""হ""! — চন্দ্ৰাই যেন লাজত মৰি যাব। — ৰাণী বাইদেৱে কেনেকুৱা কথাবোৰ কৈ পায়! দীপকদাই মাতিলে মই কি কৰিম? কথাৰ উত্তৰ নিদি গুচি আহিম নেকি?

: কথা? কি কথা সোধে দীপকে? — আগ্রহী হৈ বিকাশে এইবাৰ সুধিলে।

: চাওক না, খং উঠি যায়। কেনেকুৱা প্রশ্নবিলাক কৰে।— চন্দ্ৰাই এইবাৰ অভিযোগৰ সুৰত কৈ উঠিল।

: কেনেকুৱা প্রশ্ন?

: লাজেই লাগে ক'বলে""""। -- চন্দ্ৰাৰ মুখত দুষ্টামী হাঁহি।

: কোৱাচোন তথাপি, শুনো?

: কওঁনে, বাইদেউ? — চন্দ্ৰাই এইবাৰ লাবণ্যৰ ফালে চালে।

: দাদাৰে সুধিছে যেতিয়া কৈ দে। — লাবণ্যই মুখৰ হাঁহি ৰখাবলৈ চেষ্টা কৰি কৈ উঠিল।

: দীপকদাই প্ৰশ্ন কৰে, মই কোনোবা ডেকা ল'ৰাক ভাল-পাওঁনে নাপাওঁ? মোৰ বিয়া কৰাবলৈ মন যায়নে নাযায়? তেওঁক কেনেকুৱা লাগে? মই হেনো দেখিবলৈ হেমা মালিনীৰ নিচিনা। মিছা কথা দেই। ক'তনো হেমা মালিনীৰ নিচিনা মই? বাগানৰ লাইনৰ মানুহে অৱশ্যে বিন্দিয়া গোস্বামীৰ নিচিনা বুলি কয়। — এইবুলি চন্দ্ৰাই শাড়ীৰ আঁচলটো ওপৰলৈ উঠাই কামুৰি ধৰিলে।

: ঠিকেইতো কয়। তুমি দেখিবলৈ সঁচাকৈয়ে বিন্দিয়াৰ দৰে····।

: যাঃ····! দাদাই মোক জোকাইছে। — লাজত মৰি যোৱাৰ দৰে চন্দ্ৰাই সৰু ছোৱালীৰ দৰে কৈ উঠিল।

: চন্দ্ৰা, ডাঙৰ মানুহক 'যাঃ' বুলি ক'বলৈ নাপায় নহয়।— গম্ভীৰ সুৰত লাৱণ্যই কৈ উঠিল।

: ক'লেই যেনিবা। একো নাই·······। — বিকাশে যেন চন্দ্ৰাক বচাবলৈকে কৈ উঠিল।

* * *

দহমান বজাত বিকাশে বিজয়ক কোঠাৰ ভিতৰতে থাকিবলৈ কৈ দীপক শৰ্মাক বিচাৰি তাৰ কোঠালৈ গ'ল। কিন্তু কোঠাত দীপকক পোৱা নগ'ল।

এয়েই সুযোগ!

এনে সুযোগ হয়তো বিকাশে আকৌ নাপাবও পাৰে। সি এইবাৰ দুৱাৰখন বন্ধ কৰি দি দীপকৰ বিছনাখনৰ তোচকখন দাঙি দিলে।

নাই, তাত পিষ্টলটো নাই। কিন্তু ভাঁজ কৰা সেই কাকতখন আছে। যিখন কাকত যোৱা নিশা দীপকে পঢ়িছিল। বিকাশে দ্ৰুত

হাতেৰে কাকতটুকুৰা তাৰ পেণ্টৰ ভিতৰত সোমোৱাই দিলে। তাৰ পাছত সি বিছনাখন ঠিক কৰি কোঠাটোৰ পৰা ওলাই দুৱাৰখন জপাই দিব লওঁতেই চন্দ্ৰাৰ মুখামুখি হ'ল। তাইৰ হাতত গাখীৰ এগিলাছ।

: কি কৰিছে ? —চন্দ্ৰাই সুধিলে।

: দীপকক বিচাৰি আহিছিলোঁ। পাছে কোঠাত নাই দেখোন ? —বিকাশে স্বাভাবিক ভাবেই উত্তৰ দিলে।

চন্দ্ৰাই এইবাৰ ফিক্ কৰি হাঁহি মাৰি দিলে। তাৰপাছত ক'লে—

: এই সময়ত দীপকদাক কোঠাৰ ভিতৰত ক'ত পাব ?

: কিয় ? —বিকাশে তীক্ষ্ণ ভাবে এইবাৰ চন্দ্ৰাৰ মুখলৈ চালে।

: এইটো সময়ত কোঠাৰ ভিতৰত থাকিলেহে !

: তেন্তে ক'ত পাম বাৰু ?

: পাছফালৰ বাগিছাখনত পাব পাৰে। এইটো সময়ত তেওঁ বাগিছাত বহি বহি সাধাৰণতে কিতাপ পঢ়ি থাকে। নহ'লে পুখুৰীত সাঁতুৰি থাকে।

: পুখুৰীও আছে নেকি ?

: ওঁ। বিৰাট ডাঙৰ পুখুৰী। ইম্‌মান ডাঙৰ ডাঙৰ যে মাছবোৰ আছে পাই।

: হয় নেকি ? খাইছানে নাই পুখুৰীৰ মাছ ?

: পুখুৰীৰ মাছ ধৰা মানা। সেইবাবে কোনেও তাত মাছ নধৰে। এদিন দীপকদাই পুখুৰীত বৰশী টোপাওঁতে বাইদেৱে যে ইম্‌মান গালি পাৰিলে। কি কৰিব বেচেৰাই ! কথাটো নাজানে বাবেহে ধৰিছিল। ............ইচ্ ! মই যাওঁ পাই। বাইদেউৰ গাখীৰখিনি ঠাণ্ডা হৈ গ'লে গালি শুনিব লাগিব। যাওঁ.........

বিকাশলৈ মধুৰ হাঁহি এটা নিক্ষেপ কৰি চন্দ্ৰা গুচি গ'ল। বিকাশে দ্বিতীয়বাৰৰ বাবে লক্ষ্য কৰিলে, বয়সুৱা গাভৰু চন্দ্ৰাৰ দেহৰ মাজত

উগ্ৰ যৌন আবেদন এটা লুকাই আছে। তদুপৰি সি ভাবিলে, দীপক সম্বন্ধে চন্দ্ৰাই অনেক খবৰেই ৰাখে। তাৰ মুখত ৰহস্যজনক হাঁহি এটা বিৰিঙি উঠিল।

বিকাশে এইবাৰ 'কৃষ্ণালয়'ৰ পাছফালৰ বাৰীখনলৈ বুলি খোজ দিলে।

বাৰীখনত উপস্থিত হৈ বিকাশে লক্ষ্য কৰিলে, অজস্ৰ ফল-ফুলেৰে বাৰীখন ভৰি আছে। সৰু আৰু সুদৃশ্য পকাঘৰ এটাও বাৰীখনৰ মাজত সি দেখা পালে। ঘৰটোৰ দুৱাৰখন বন্ধ আছিল।

ইফালে-সিফালে চালে বিকাশে। কিন্তু দীপকক দেখা নাপালে।

বাৰীখন বিৰাট প্ৰকাণ্ড। কিমান মাটি জুৰি বাৰীখন আছে, বিকাশে অনুমান কৰিবলৈ নোৱাৰিলে। আগবাঢ়ি গ'ল সি।

কিছুদূৰ আগবাঢ়ি যোৱাৰ পাছতে সি দেখিলে—প্ৰকাণ্ড আম গছ এজোপাৰ তলত বহি কোনোবা এজনে একান্তমনে কিবা এখন পঢ়ি আছে। সম্ভৱ, দীপকেই হ'ব লাগিব। কি কিতাপ পঢ়িছে বাৰু ইমান একান্তমনে?

যিমানদূৰ সম্ভৱ বিকাশে এইবাৰ শব্দ নোহোৱাকৈ আগবাঢ়ি গ'ল। কিতাপ পঢ়াজনে তাৰফালে পিঠি দি বহি আছিল। এইবাৰ ধোঁৱা দেখা গ'ল। ছিগাৰেট হুপিছে নিশ্চয়।

ক্ৰমান্বয়ে বিকাশ আগবাঢ়ি গৈ প্ৰায় ওচৰ পালেহি। মাথোঁ কেইফুটমানহে দুয়োৰে মাজত ব্যৱধান। কিতাপ পঢ়াজনক এই-বাৰ আৰু চিনি পোৱাত অকণো অসুবিধা নহ'ল।—দীপক।

দীপকৰ ধ্যান কিতাপখনত। একান্তমনে সি এগৰাকী নাৰীৰ উলংগ ফটো এখন চাই আছে। কিতাপখন সম্ভৱ সস্তীয়া যৌন উত্তেজক কিতাপ। বাহ বেটা! এনে কিতাপ পঢ়িবলৈ বেছ উত্তম ঠাইকে বিচাৰি পাইছা!

: মিঃ শৰ্মা………… । —বিকাশে সকৈকে এইবাৰ মাত দিলে।

বিকাশৰ আকস্মিক মাতত দীপক উচাপ খাই উঠিল। হাতৰ পৰা কিতাপখন বননিত সৰি পৰিল। ঘূৰি চালে দীপকে। তাৰ মুখৰ বৰণ সলনি হৈ গ'ল যদিও পাৰ্যমানে সি স্বাভাবিক হ'বলৈ চেষ্টা কৰিলে ;

: আ………আ……পুনি ? —কোনোমতে সি উচ্চাৰণ কৰিলে।

: হয়। আচৰিত ! মোক দেখি আপুনি ইমান জোৰে উচাপ খাব লাগেনে বাৰু ? মই বাঘ নেকি ? —বিকাশে মিচিকীয়াই হাঁহি মাৰি ক'লে।

: না………নাই, মানে একান্তমনে কিতাপখন পঢ়ি আছিলোঁ। বাবে হঠাৎ আপোনাৰ মাতত চমকি উঠিলোঁ।

: ইমান ধ্যানস্থ হৈ কি কিতাপনো পঢ়ি আছে ? ইন্টাৰেষ্টিং কিতাপ যদি মোকো দিবচোন পঢ়িবলৈ। বহুতো দিন হৈ গ'ল, ভাল কিতাপ এখন পঢ়িবলৈ পোৱা নাই। চাওঁ কিতাপখন………

: কিতাপখন · !…. হেঃ…হেঃ…, মানে এনে ধৰণৰ কিতাপনো আপুনি কি পঢ়িব ? বাজে কিতাপ তাকে পঢ়ি আছোঁ আৰু…। —এই বুলি দীপকে স্বাভাবিক হ'বলৈ চেষ্টা কৰি অকাৰণতে হাঁহি উঠিল। বননিৰ পৰা কিতাপখন তুলি ল'বলৈ কিন্তু অকণো চেষ্টা নকৰিলে।

বিকাশ এইবাৰ দুখোজমান আগুৱাই আহিল আৰু বননিৰ পৰা কিতাপখন তুলি ল'লে। যৌন উত্তেজক সস্তীয়া বাংলা কিতাপ এখন।

: এইখন কিতাপনো আপুনি কি চাব ? চেক্সৰ কিতাপ। —কিছু কৰ্কশ সুৰত দীপকে কৈ উঠিল।

: কিয়, মই চাবলৈ নাপায় নেকি ? মই বুঢ়া হৈ যোৱা নাই নহয় ? আপুনি ইমান সংকোচ কৰিছে কিয়। মই নিজেও এনে

কিতাপ পঢ়ো। আহোঁতে বাটত এখন কিনিছিলোঁ। পাছে মাহীয়ে দেখা পাই বুলি আধা পঢ়ি বাটতে পেলাই দিলোঁ। —দীপকক স্বাভাবিক কৰি তুলিবলৈকে বিকাশে মিছাতে কথাখিনি কৈ উঠিল।

তাৰ মিছা কথাই সঁচাকৈয়ে কাম দিলে। বুৰ্ব্বকৰ দৰে হাঁহি এটা মাৰি দীপকে এইবাৰ ক'লে—টাইম্ পাচ কৰিবলৈকে কিতাপখন চাই আছিলো।

: অ', কিতাপখন আপুনি চাইহে আছিল, পঢ়া নাছিল ? —কিছু ব্যংগ মিহলি সুৰত বিকাশে এইবাৰ মাত লগালে।

: মানে পঢ়িছিলোঁও.... । বিকাশৰ ব্যংগাত্মক কথাৰ সুৰ হয়তো দীপকে ধৰিবলৈ নোৱাৰিলে।

: এনে কিতাপ পঢ়িবলৈ বাৰীখন উৎকৃষ্ট ঠাই। নে কি কয়, আপুনি ?

: কথাটো আপোনাৰ ক্ষেত্ৰত প্ৰযোজ্য হ'ব পাৰে, মোৰ ক্ষেত্ৰত নহয়। —ৰুক্ষ সুৰত দীপকে ক'লে।

: ঠিকেই কৈছে, আপুনি। বাৰু, বাৰীখনৰ মাজত পকাৰ ঘৰ এটা দেখা পালো, কোন থাকে তাত ? —প্ৰসংগ সলনি কৰিবলৈকে বিকাশে কৈ উঠিল।

: অ', সেই পকাৰ ঘৰটো ? তাত কোনো নাথাকে। বৰ্ত্তমান পৰিত্যক্ত অৱস্থাত আছে ঘৰটো।

: কিয় ?

: তাত বোলে ভূত আছে।

: ভূত ?

: হয়। মযো শুনা কথাহে। চাক্ষুস অভিজ্ঞতা আজিলৈকে হোৱা নাই। মাজে মাজে ঘৰটোত বোলে হাৰাধন চকীদাৰৰ আত্মা ওলায়। —শেষ হৈ অহা ছিগাৰেটটো মাটিত পেলাই ভৰিৰে সেইটো

গচকি গচকি দীপকে কৈ উঠিল।

: হাৰাধন চকীদাৰৰ আত্মা? কোননো এওঁ? —বিকাশে বেছ কৌতুহলেৰে প্ৰশ্ন কৰিলে।

: আপুনি একোৱেই নাজানেনে?

: ওঁ হো······

: হাৰাধন আছিল 'জেউতি চাহ বাগিছা'ৰ এজন বনুৱা। এই যে প্ৰকাণ্ড বাৰীখন দেখিছে, এই বাৰীখনৰে চকীদাৰ ৰূপে হাৰাধন 'কৃষ্ণালয়'লৈ আহিছিল। আহিছিল মানে খুৰাই লৈ আহিছিল। বাৰীখনত বোলে নিশা বৰ চোৰৰ উপদ্ৰব হৈছিল, সেইবাবে। খুৰা আছিল বৰ মৰমীয়াল। হাৰাধনক থাকিবলৈ বাৰীখনৰ মাজত এই পকাঘৰটো সাজি দিছিল। হাৰাধন অহাৰ পৰা বাৰীখনত চোৰৰ উপদ্ৰব বন্ধ হৈ গৈছিল। কিন্তু এদিন···। —দীপক থমকি ৰ'ল।

: এদিন? —বিকাশে তাৰ মুখলৈ চালে।

: ছিগাৰেট আছে? —দীপকে সুধিলে।

বিকাশে একো নকৈ জেপৰ পৰা ছিগাৰেটৰ পেকেটটো আৰু জুইশলা বাহটো উলিয়ালে।

দুয়ো ছিগাৰেট জ্বলোৱাৰ পাছত বিকাশ এইবাৰ দীপকৰ কাষতে বহি ল'লে আৰু ধোৱাঁ এমোকোৰা উলিয়াই পুনৰ ক'লে—এদিন···?

: এদিন হঠাৎ হাৰাধন চকীদাৰে ঘৰটোৰ ভিতৰত আত্মহত্যা কৰিলে।

: আত্মহত্যা?

: হয়, ডিডিত ছিপজৰী ল'লে হাৰাধনে।

: কাৰণ?

: কাৰণ অজ্ঞাত। আত্মহত্যাৰ কাৰণটো আজিলৈকে ৰহস্য হৈয়ে থাকিল।

: তাৰমানে সেই তেতিয়াৰ পৰা ঘৰটো খালী পৰি আছে ?

: তেতিয়াৰ পৰা নহয়। তাৰপাছত অন্য এজন চকীদাৰক নিযুক্তি দিয়া হৈছিল। কিন্তু দুমাহমান থকাৰ পাছতে সি কাম এৰি দিলে। নিশা হাৰাধন চকীদাৰৰ আত্মা ওলাই বোলে। তাৰ মুখেদিয়েই সকলোতে ৰাষ্ট্ৰ হৈ পৰিল—ঘৰটোত ভুত থাকে বুলি। গতিকে খুৰাই খুউব চেষ্টা কৰিও অন্য এজন চকীদাৰ আৰু বিচাৰি নাপালে। খুৰাই বোলে নিজে তিনিদিনমান ঘৰটোত আছিল। কিন্তু তেওঁ ভূত-চূত একো দেখা নাপালে।

: ইণ্টাৰেষ্টিং ! আপুনি নিজে প্ৰমাণ কৰি চোৱা নাই ?—ছিগাৰেটটোত দীঘলকৈ টান এটা মাৰি বিকাশে ক'লে।

: মানে ! ! —দীপক কিছু বিস্মিত।

: আপুনি অকলশৰে নিশা ঘৰটোত কটোৱা নাই।

বিকাশৰ কথা শেষ হোৱাৰ লগে লগেই দীপক মুহূৰ্তৰ বাবে চমকি উঠি তাৰ মুখৰ ৰং সলনি হৈ গ'ল। মুহূৰ্তৰ বাবে হলেও বিকাশৰ চকুত সেয়া ঠিকেই ধৰা পৰিল। থত্‌মত্‌ খাই দীপকে ক'লে—

: অকালতে ভূতৰ ওচৰত প্ৰাণটো বলি দিওঁ কিয় ?

: ঠিকেই কৈছে অৱশ্যে। সেইকণ সাহস মোৰো নাই।—বিকাশে এইবাৰ কিছু ভয় খোৱাৰ সুৰত ক'লে।

: অ', আপুনি বাৰীখনলৈ কিয় আহিছিল ?—হঠাৎ মনত পৰাদি দীপকে ক'লে।

: কাম এটাৰ বাবে আপোনাকে বিচাৰিছিলোঁ।

: কাম ? কি কাম মোৰ সৈতে ?

: কালি গোটেই নিশা টোপনিয়ে নাহিল।

: পাছে ?

মানে মোৰ খুউব ভয় লাগিছিল। প্ৰথমবাৰৰ বাবে এইখন

ঘৰলৈ আহিছোঁ বাবেই সম্ভৱ। মাহীক ইতিমধ্যে কোনোবাই হত্যা কৰিবলৈ খুজিছিল। ধৰিলওক, হত্যাকাৰী মোৰ ৰুমলৈকে আহিল। মই তেতিয়া কি কৰিম ? একো অস্ত্ৰই নাই মোৰ হাতত। গুচিয়ে যাব খুজিছিলোঁ। কিন্তু মাহীয়ে ইমানকৈ ৰখালে বাবেই ……।

: কিন্তু মোক আপুনি ইমানবোৰ কথা কৈছে কিয় ?

: মানে মই বস্তু এটা কিনিব খুজিছোঁ। মায়াপুৰৰ বজাৰত বা আছেনে নাই ! ভাবিলোঁ, আপোনাকে সুধি লওঁ আগতে ।

: কি বস্তু ?

: ছুৰী এখন। মানে আত্মৰক্ষাৰ কাৰণে ভাল ছুৰী এখন লাগে মোক।

: চাওক মিঃ বৰুৱা, মায়াপুৰৰ বজাৰখন মই তেনেকৈ ঘূৰা নাই। গতিকে আপোনাৰ বস্তুটোৰ সম্বন্ধে মই বিশেষ নাজানো। পাবও পাৰে, নাপাবও পাৰে। কিন্তু ইমান ভয়নে আপোনাৰ ?

: দিনত একো নাই। নিশাহে ভয় লাগে।

বিকাশৰ কোৱাৰ ভংগীত দীপকে এইবাৰ সশব্দে হাঁহি উঠিল আৰু ক'লে—ভাল আপোনাৰ ভয়টো দেই ! ডেকা মানুহ হৈ ইমান ভয়াতুৰ হ'লে কেনেকৈ হ'ব ?

: কিয়, আপোনাৰ ভয় নালাগে ? আত্মৰক্ষাৰ বাবে আপোনাৰ ওচৰত একো বস্তু নাইনে ?

বিকাশৰ প্ৰশ্নত দীপকৰ মুখত মুহূৰ্ত্তৰ বাবে আকৌ ভাবান্তৰ দেখা গ'ল। কিন্তু ক্ষণিকৰ বাবে। তাৰ পাছতেই দীপকে হাঁহি ক'লে—

: নাই, মোৰ ওচৰত একো বস্তু নাই। আত্মৰক্ষাৰ বাবে এই-বোৰ বস্তু সাধাৰণতে সিহঁতকহে লাগে, যিবোৰে অন্যায় কৰিছে। কাৰোবাক শোষণ কৰিছে।

: হওঁতে কথাটো ঠিকেই। তথাপিও চিন্তা লাগে দিয়কচোন !

'আপুনি যে কোন সাহসত একো এটা নোলোৱাকৈ এইখন ঘৰত আছে, মই ভাবিবই নোৱাৰোঁ। আচ্ছা, আপুনি তেন্তে বহক। কিতাপ পঢ়ক। মই আহোঁ। আপোনাক অলপ আমনি দিলোঁ। বেয়া-চেয়া নাপাব।

: নাই…………নাই, আমনি কিহৰ ?

দীপকৰ পৰা বিদায় লৈ বিকাশ আহি হাৰাধন চকীদাৰৰ ভুত থকা ঘৰটোত উপস্থিত হ'ল। সৰু ঘৰ। দুৱাৰ-খিৰিকী সকলোবোৰ বন্ধ। দুৱাৰখনত মামৰে ধৰা তলা এটা ওলমি আছে। তলাটো ভালদৰে লক্ষ্যকৰি বিকাশৰ বুজিবলৈ বাকী নাথাকিল যে, দুই তিনিবাৰমান তলাটো ইতিমধ্যে খোলা হৈছে।

॥ বিছ ॥

## সন্দেহ আৰু সন্দেহ

: ক'ৰবালৈ গৈছিলা নেকি ? —দীপকৰ ওচৰৰ পৰা আহি এঘাৰ বজাৰ পাছত বিকাশ যেতিয়া কৃষ্ণা দেবীৰ কোঠাত সোমাল,তেতিয়া কৃষ্ণা দেবীয়ে তালৈ চাই সুধিলে ।

: হয় । অলপ বাৰীখনতে ঘূৰি পকি আছিলোঁ । —বিকাশে আঁৰ চকুৰে শেৱালীলৈ চাই কৈ উঠিল ।

শেৱালীয়ে সেই সময়ত কৃষ্ণা দেবীক ইন্‌জেক্‌চন দিয়াৰ যা-যোগাৰ কৰিছিল । কৃষ্ণা দেবীয়ে এইবাৰ তাইলৈ চাই কৈ উঠিল—

: শেৱালী, ইন্‌জেক্‌চনটো পাছত ল'লে নহয়নে ?

: ওঁহো, এতিয়াই ল'ব লাগিব । ডাক্তৰৰ নিৰ্দেশ । —শেৱালীয়ে হাঁহি ৰখাই কোনোমতে ক'লে ।

: ডাক্তৰ নাই অহা নেকি আজি ? —বিকাশে সুধিলে ।

: কোন ? ত্ৰিদিব ? নাই, আজি কেইদিনমান ধৰি সি অহাই নাই । যোৰহাটৰ ঘৰলৈ গৈছে । ভনীয়েকৰ বিয়া ঠিক হৈছে বোলে, সেইবাবে । —উত্তৰটো দিলে কৃষ্ণা দেবীয়ে ।

শেৱালীয়ে এইবাৰ কৃষ্ণা দেবীৰ সোঁহাতৰ বাউসীত ইন্‌জেক্‌চনটো দিলে । দিয়া হ'লত কৃষ্ণা দেবীয়ে বিৰক্তিৰ সুৰত ক'লে—

: কিমাননো আৰু ইন্‌জেক্‌চনৰ খোঁচবোৰ খাম ? হয়, আমনি লাগি গৈছে ! —তাৰপাছতে তেওঁ কথাৰ সুৰ সলনি কৰি শেৱালীৰ ফালে চাই ক'লে : শেৱালী, তই বাহিৰলৈ যা । ছুৱাৰখন জপাই যাবি ।

: ভাল। —অনুচ্চ সুৰত এই বুলি কৈ শেৱালী ৰুমটোৰ পৰা ওলাই গ'ল। বাহিৰৰ পৰা দুৱাৰখন তাই জপাই থৈ গ'ল।

: এই নাটেশ্বৰীজনী আজিলৈকে নাহিল ? —আপোন মনেৰেই কৃষ্ণা দেবীয়ে ক'লে।

: কাৰ কথা কৈছেনো ? —বিকাশে সুধিলে।

: কাৰ কথানো আৰু কম ? এই সৰু বোৱাৰীজনী—তৃষ্ণা, তাই বাপেকৰ অসুখ বুলি বঙাইগাঁৱৰ ঘৰলৈ গ'ল, অথচ আজিলৈকে দেখা-দেখি নাই। চোৱাচোন, ইমান কাণ্ডজ্ঞান নোহোৱা বোৱাৰী। এইফালে মই বুঢ়ীযেও যে বিছনাত পৰি আছোঁ, সেই কথা পাহৰিলেই ! —প্ৰচণ্ড খং আৰু ক্ষোভেৰে কৃষ্ণা দেবীয়ে কৈ উঠিল।

কৃষ্ণা দেবীক এই মুহূৰ্ত্তত এটা ৰহস্যময় সাঁথৰৰদৰে লাগিল বিকাশৰ। অদ্ভুত মহিলা !

: পুৱাৰ পৰা মোৰ ওচৰলৈ এতিয়াহে আহিবলৈ সময় পালা ? —অভিযোগৰ সুৰত কৃষ্ণা দেবীয়ে এইবাৰ বিকাশলৈ চাই ক'লে।

: কিয়, আপোনাক কোৱা নাই জানো, বাৰীখন চাবলৈ গৈছিলো। তাৰ পৰা আহি নবীনৰ কোঠালৈ গৈছিলোঁ। তাৰ সৈতে কথা পাতো বুলি, কিন্তু সি গভীৰ টোপনিত।

: বেচেৰা ! আজি দুদিনমানৰ পৰা সি কিছু ভাললৈ আহিছে যদিও অকস্মাৎ কেতিয়াবা মৰ চিঞৰ মাৰি উঠে। পুৱা আঠমান বজাত মোৰ ওচৰলৈ এবাৰ সি আহিছিল। ভালভাবেই বিছ মিনিটমান কথা পাতি গ'লগৈ।

: নিশা তাৰ ৰুমত তলা মাৰি থয় নেকি ?

: ওঁ···। প্ৰথম অৱস্থাত তলা মৰা হৈছিল যদিও পাছলৈ বেয়া লগাত ময়েই তলা মৰা কাৰ্য্যটো বন্ধ কৰি দিছিলোঁ। কিন্তু সিদিনা গুলি কাণ্ডটো হৈ যোৱাৰ পাছত ময়েই টেংকক কৈ দিছোঁ

তলা মাৰি থ'বলৈ।

: কথাটো বৰ ঠিক হোৱা নাই নেকি ? আপুনি কোনো চিন্তা কৰিব নালাগে। আজিৰ পৰা আৰু তলা মাৰিব নালাগে। টেংকক কৈ দিব আপুনি। আৰু মোৰ তদন্তৰ স্থবিধাৰ বাবে গেটত যি প্ৰহৰী থৈছে, তেওঁলোককো বিদায় দি দিব।

: ঠিক আছে তেন্তে নিজৰ পুত্ৰক তলা মাৰি থ'বলৈ মোৰ জানো নিজৰে ভাল লাগে ? আঐ দেহী ! কি ক'ম ? ভাগ্য সকলো ভাগ্য....অ', এটা কথা নহয়, তোমালোকক কোনোবাই সন্দেহ কৰিছে নেকি ?

: ক'ব নোৱাৰোঁ। যিমান দূৰ সম্ভৱ, কৰা নাই কোনেও।

: নিশা টোপনি কেনেকুৱা হ'ল ?

: ভালেই। অৱশ্যে প্ৰথম নিশাই মই অনুসন্ধানত, অৰ্থাৎ ৰহস্য উদ্ধাৰ কৰাত নামি পৰিছোঁ।

: হয়নে ? কিবা উদ্ধাৰ কৰিব পাৰিছা নেকি ? - কৃষ্ণা দেবীৰ চকুৰ মণি দুটা যেন চিকমিকাই উঠিল।

: চাওক, ৰহস্য সম্পূৰ্ণ উদ্ধাৰ নোহোৱালৈকে আমি একো নকওঁ। এইটোৱে নিয়ম। বেয়া নাপাব। বাৰু প্ৰশ্ন এটা কৰোঁ ?

: এটা কিয়, দহটা কৰা। — কৃষ্ণা দেবীয়ে বাওঁহাতৰ বেগেজ-টোত আলফুলে সোঁ হাতখন ফুৰাই ফুৰাই ক'লে।

: দীপক শৰ্মা আপোনাৰ কোন হয় ?

: শনিটোৰ কথা কৈছা ? কোনোদিন তাক মই দেখা নাই। এলেকৰ পেলেক টাইপৰ কোনোবা হ'ব চাগে ! —বিতৃষ্ণাৰে কৃষ্ণা দেবীয়ে কৈ উঠিল।

: মানে ? আপুনি কি ভালদৰে তাক চিনিয়েই নাপায় ? সি কোৱা মতে আপোনাৰ ৰত্নাকৰ পুত্ৰ বোলে সি ?

: তেখেতৰ আপোন ককায়েক কোনো নাছিল। হয়তো দূৰ সম্বন্ধীয় কোনোবা ককায়েকৰ পুতেক হ'ব পাৰে! সৰুতেই বোলে বাপেকৰ লগত এবাৰ এইখন ঘৰলৈ আহিছিল। ঘৰুৱা অৱস্থা ভাল নহয়। দুদিনমান থাকোঁ বুলি এতিয়া যোৱাৰ নামকে নলয়। নিজে নগ'লে যি কোনো মানুহক কেনেকৈ খেদি দিয়া হয়? মই আক' নোৱাৰোঁ। যিমানেই থং মুঠে কিয়?

: কথাটো ঠিকেই কৈছে আপুনি। বাৰু, চন্দ্ৰা এইখন ঘৰত কিমানদিন ধৰি আছে?

: এহ্! বহুত দিন হ'ল। ধৰা, তাই বাৰ-তেৰ বছৰ বয়সৰ পৰাই এইখন ঘৰত আছে। এতিয়া আৰু তাইক আমি পৰ বুলি নাভাবোঁ।

: তেন্তে তাইৰ বিয়াৰ কথাটোও আপোনালোকেই চিন্তা কৰিব লাগিব। কাৰণ, তাই আৰু সৰু ছোৱালী হৈ থকা নাই। গাভৰু হ'ল।

: চিন্তা নকৰা নহয়, কৰিছোঁ। কিন্তু ভাল ল'ৰা এটা পালেহে। মাজতে গাঁৱৰ অসমীয়া ল'ৰা এটাই তাইক পচন্দ কৰিছিল। বিয়া প্ৰায় ঠিকেই হৈছিল। কিন্তু তেনেকুৱাতে ডকাইতি কেচ এটাত পুলিচে তাক ধৰি নিলে। পাছে, তুমি যে হঠাৎ তাইৰ বিয়াৰ কথা তুলিলা?

: এনেয়ে! মানে গাভৰু হ'ল বাবেই কৈছিলোঁ। কৃষ্ণা দেবীয়ে তৎক্ষণাৎ এইবাৰ একো নক'লে। কিবা যেন চিন্তা কৰিলে। বিকাশৰ মুখলৈ ক্ষন্তেক পৰ একেথিৰে চাই থাকি হঠাৎ ফুচ্ফুচাই কোৱাদি ক'লে—

: মোৰ বদনাম ৰাণী আৰু লাবণ্যই কি গালে তোমাৰ আগত?

: নাই, বদনামটো একো গোৱা নাই। গাব কিয়? নে আপোনাৰ বদনাম গাব পৰা কিবা কথা আছে?

: এক্কো কথা নাই। সিহঁতৰ সেইটো স্বভাব বাবেহে কৈছিলোঁ।

॥ এৰৈকেছ ॥

## বিকাশ-বিজয় আৰু নবীন ঃ

কৃষ্ণা দেবীৰ লগত আৰু আধাঘণ্টা মান 'কিবাকিবি' কথা পাতি বিকাশ এইবাৰ তাইঁতক থাকিবলৈ দিয়া কোঠাটোলৈ আহিল। দেখিলে—বিজয়ে একান্তমনে সস্তীয়া কিবা চিনেমা আলোচনী এখন পঢ়ি আছে। বিছনাত শুই শুই।

বিকাশ অহা দেখি বিজয়ে মাত দিলে—আহিলি? ক'ত ক'ত গ'লি?

: ক'ত ক'ত যামনো? বাৰীখন চালোঁ। প্ৰকাণ্ড বাৰী। তাতে দীপক বোলাটোক লগ পালোঁ। হাঁহি উঠা কথা, সি বেটাই নিৰ্জন বাৰীখনৰ আম গছ এজোপাৰ তলত বহি লৈ যৌনগন্ধী আলোচনী পঢ়াত ব্যস্ত। — বিকাশে হাঁহি মাৰি ক'লে।

: তোক দেখিলে? — বিজয়ে আলোচনীখন জপাই কৌতুহলেৰে সুধিলে।

: দেখিলে মানে? আৰে, ভালেমান সময় ধৰি কথা পাতিলোঁ। মই পাছফালৰ পৰা মনে মনে মাত দিয়াত ভীষণ জোৰে উচপ খালে বেচেৰাই। তাৰপৰা কৃষ্ণা দেবীৰ কোঠালৈ গ'লোঁ।

: কি কি কথা পাতিলি?

: অগ্‌ৰং-বগ্‌ৰং। — এইবুলি বিকাশে হাঁহি মাৰি পুনৰ ক'লে : ৰ, মই বাথৰুমৰ পৰা আহি লওঁ। এতিয়াই এবাৰ নবীনৰ ওচৰৰ পৰা আহোঁ। যাবি নেকি? উঠ……।

বাথৰুমৰ পৰা আহি বিকাশে দীপকৰ কোঠাৰ পৰা উদ্ধাৰ

কৰা চিঠিখন উলিয়াই পঢ়ি চালে। পেনপেনিয়া প্ৰেমৰ চিঠি। সম্ভৱ, দীপকেই কোনোবা প্ৰেমিকাই লিখিছে।

☐ নবীনৰ কোঠাৰ দুৱাৰখন এনেয়ে জপাই থোৱা আছিল। বিজয়ে দুৱাৰখনত ন'ক্ কৰি মাত লগালে—মিঃ নবীন.......

লগে লগে ভিতৰত কাহ মৰাৰ শব্দ এটা হ'ল আৰু তাৰ পাছ মুহূৰ্তত দুৱাৰখন খোল খাই গ'ল। বিকাশ আৰু বিজয়ে দেখিলে—পায়জামা-পাঞ্জাবী চাৰ্ট পৰিহিত নবীন সিহঁতৰ সমুখত থিয় হৈ আছে। নিঃসন্দেহে ক'ব পাৰি, নবীন এজন সু-পুৰুষ।

: ভিতৰলৈ সোমাব পাৰোঁনে? আপোনাৰ লগত চিনাকী হওঁ বুলি আহিলোঁ।— বিকাশে ইষৎ হাঁহি মাৰি ক'লে।

: আহক....আহক। সুধিব লাগিছেনে? আপোনালোক দেখোন ঘৰৰে মানুহ। মায়ে মোক কৈছে নহয়।....বহক.... ।

বিকাশ-বিজয় দুয়োটাই বহিল। বিকাশে এইবাৰ ক'লে — মোৰ নাম মৃগাংক বৰুৱা। আপোনাৰ মা সম্বন্ধত মোৰ মাহী। আৰু এওঁ হৈছে মোৰ বন্ধু পবিত্ৰকুমাৰ চলিহা।

: নাম দুটাও মা'ৰ মুখত শুনা।— এইবুলি নবীনে পাতল হাঁহি এটা মাৰিলে।

: এক-ডেৰ ঘণ্টামানৰ আগতে আপোনাৰ লগত কথা-বতৰা হওঁ বুলি এবাৰ আহিছিলোঁ। পাছে আপুনি তেতিয়া টোপনিত। সেয়ে উভতি গ'লোঁ।— বিকাশে ক'লে।

: জগাই দিব লাগিছিল। নজগালে কিয়? জানে, বিছনাত পৰিলেই মোৰ টোপনি আহে। ইমান মৰ টোপনি মোৰ। কোনোবাই আহি হত্যা কৰি থৈ গ'লেও গম নাপাম। কিবা খাব?

বিকাশে লক্ষ্য কৰিলে, নবীনক এই মুহূৰ্তত স্বাভাৱিক যেনেই

লাগিছে। নবীনৰ প্ৰতি গভীৰ সহানুভূতি উপজিল তাৰ। লাহেকৈ ক'লে সি—

: নাই, নাখাওঁ।

: তেন্তে মোক খুৱাওক ? — নবীনে হঠাৎ বাওঁহাতখন বিকাশ -বিজয়ৰ ফালে প্ৰসাৰিত কৰি কৈ উঠিল।

: কি খাব ? — বিকাশে হাঁহি মাৰি ক'লে।

: আপুনি কি খুৱাবলৈ পাৰিব ?

: আপুনি যি খায় ?

: ছিগাৰেট আছে, ছিগাৰেট ?

: আছে।

: দিয়ক তেন্তে। ইচ্, কিমান দিন যে ছিগাৰেট খোৱা নাই! দিয়ক·····দিয়ক·········

বিকাশে ইতিমধ্যে জেপৰপৰা উইলছ্ ফিল্টাৰৰ পেকেটটো উলিয়াই নবীনৰ ফালে আগবঢ়াই দিছিলেই। নবীনে এইবাৰ থাপ্ মাৰি ছিগাৰেটৰ পেকেটটো তুলি ল'লে আৰু ক'লে—

: জুইশলাটো দিয়ক ?

দিয়া হ'ল। নবীনে খৰ্ধৰকৈ ছিগাৰেট এটা জলাই হোপা কেইটামান মাৰি কৈ উঠিল—

: আঃ! কিমান দিনৰ পাছত যে ছিগাৰেটত সুখটান মাৰিছোঁ।

: গোটেই পেকেটটোৱেই ৰাখি থওক। — বিজয়ে কৈ উঠিল।

: ধন্যবাদ। মই কিন্তু সঁচাকৈয়ে ৰাখি থ'ম।

: ময়ো সচাঁকৈয়ে কৈছোঁ।

: বৰ ভাল মানুহ আপোনালোক। চ'ৰী, আপোনালোকেও ছিগাৰেট জ্বলাওক। এইবুলি নবীনে বিজয়ৰ ফালে ছিগাৰেটৰ পেকেটটো আগবঢ়াই দিলে। বিকাশে তীক্ষ্ণভাবে নবীনৰ মুখৰ ফালে চাই আছিল।

বিকাশ আৰু বিজয়ে এইবাৰ এটা এটা ছিগাৰেট জ্বলালে। বিকাশে ক'লে—

: শুনিছোঁ, আপুনি বোলে বৰ ভাল চিকাৰী? আজিকালি চিকাৰলৈ নাযায় নেকি?

: মই চিকাৰী? কোনে কৈছে আপোনাক?—নবীন বিস্মিত।

: সকলোৰেই কৈছে। — বিকাশে ক'লে।

: জানো। মনত নাই।.........অ', মনত পৰিছে, হয়...হয়..., বহুতোদিন আগতে মাজে মাজে চিকাৰ কৰিছিলোঁ। কিন্তু আজি-কালি আৰু নাযাওঁ। — মনত পেলাই পেলাই নবীনে ক'লে।

: কিয়? — বিজয়ে সুধিলে।

: এনেয়ে। মানে মন নাযায়। তদুপৰি মোৰ বন্দুকটোও কি হ'ল জানো! বিচাৰিয়েই পোৱা নাই। — উজলাৰদৰে নবীনে কৈ উঠিল।

: তাৰমানে বন্দুক পালে এতিয়াও যাব?

: ভাবি চাব লাগিব। আচল কথা কি জানে, বহুতো দিন চিকাৰ নকৰাৰ ফলত যদি লক্ষ্য ভ্ৰষ্ট হওঁ, লাজ পাবলৈ লাগিব!

: এবাৰমান চিকাৰলৈ যোৱাৰ পাছতে আপোনাৰ লক্ষ্য ঠিক হৈ যাব। সেই বিষয়ে চিন্তা নকৰিলেও হ'ব।—বিকাশে ক'লে।

নবীনে এইবাৰ তৎক্ষণাৎ একো নক'লে। মনে মনে থাকি কিবা যেন চিন্তা কৰিলে। বিকাশ-বিজয়, দুয়োটাই তীক্ষ্ণ ভাবে তাৰ মুখলৈ চাই থাকিল। ক্ষন্তেক পাছত বিকাশে হঠাৎ কৈ উঠিল—

: বলক, বজাৰৰ ফালে পাক এটা মাৰি আহোঁ। ঘৰৰ ভিতৰতনো কিমান সোমাই থাকিব?

: না"না"" নাযাওঁ""। আপোনালোক যাওক। — নবীনে তৎক্ষণাৎ কৈ উঠিল।

: ঠিক আছে, আমি তেন্তে এতিয়া উঠো...

: ভাল। মোৰ কাৰণে ছিগাৰেটৰ পেকেট আনিবলৈ নাপাহৰিব""

॥ বাইছ ॥

## নিশাৰ ৰহস্য

নিশা তেতিয়া প্ৰায় এক বাজিবৰ উপক্ৰম হৈছে। চাৰিওফালে নিশাৰ নিস্তব্ধতা যদিও মাজে মাজে সেই নিস্তব্ধতা ভংগ কৰি কুকুৰ আৰু শিয়ালৰ চিঞৰ ভাহি আহিছে।

'কৃষ্ণালয়'ৰ বিশাল ড্ৰইং ৰুমটোৰ মাজত ভূতৰ দৰে বিকাশ থিয় হৈ আছে। তাৰ দুচকুত সন্ধানী দৃষ্টি। সোঁ হাতত পেন্সিল টৰ্চটো।

সি এইবাৰ ধীৰে ধীৰে ৰাণীৰ কোঠাৰ ফালে আগুৱাই গ'ল। কী হোলত দৃষ্টি ৰাখিলে। গভীৰ অন্ধকাৰৰ বাদে তাৰ চকুত একোৱেই নপৰিল।

সি এইবাৰ নবীনৰ কোঠাৰ ফালে আগুৱাই গ'ল। কিন্তু নবীনো সম্ভৱ গভীৰ টোপনিত।

কিছু সময়ৰ পাছতে বিকাশক দেখা গ'ল 'কৃষ্ণালয়'ৰ পাছফালে। চোৰৰ দৰে সি আগুৱাই গ'ল বাৰীখনৰ ফালে। দুই-এটোপাল বৰষুণ আহি তাৰ গাত পৰিল। আকাশৰ ওপৰলৈ চালে সি। আকাশত খণ্ড খণ্ড মেঘ। আজিকালি বতৰৰ কোনো ঠিক নাই। কোন মুহূৰ্তত ছৰমূৰাই বৰষুণ আহিব, একো ক'বই নোৱাৰি। এনেই শীতকাল, অৱশ্যে এই বছৰ শীত নাই বুলিবই পাৰি।

সতৰ্কতাৰে বিকাশ আগবাঢ়ি গ'ল। গৈ গৈ সি পকাৰ ঘৰটো পালে। যিটো ঘৰত হাবাধন চকীদাৰৰ বোলে আড্ডা ওলায়। পকাঘৰটোৰ কাষত সি থমকি ৰৈ কিবা উমান ল'বলৈ চেষ্টা কৰিলে।

তাৰপাছত লাহে লাহে সি আগবাঢ়ি গৈ বাৰান্দাত ভৰি দিলে। বন্ধ দুৱাৰখনৰ সৰু ফাঁকটোৰেদি ক্ষীণ পোহৰৰ ৰেখা এটা তাৰ দৃষ্টিগোচৰ হ'ল।

বিকাশৰ মুখত ৰহস্যময় হাঁহিৰ ৰেখা এটা বিৰিঙি উঠিল। সন্তৰ্পণে সি বন্ধ দুৱাৰখনত কাণ পাতিলে। কাৰণ, দুৱাৰখনত যিটো তলা সি দিনত দেখা পাইছিল, সেই তলাটো এতিয়া নাই। অদৃশ্য। তাতে ভিতৰৰ পৰা পোহৰৰ ৰেখা ওলাইছে। গতিকেই নিশ্চিন্ত ভাবে ওলাই পৰিছে যে, ভিতৰত মানুহ সোমাই আছে।

কিন্তু কোন ?

কোন সোমাই আছে ?

এই গভীৰ নিশা হাৰাধন চকীদাৰৰ আত্মাক ভয় নকৰি কিহৰ অভিসাৰত কোন তাত সোমাই আছে ?

কথাটো নিশ্চয় ৰহস্যজনক।

কাণ পাতিলে যদিও বিকাশে কিন্তু তেনে কোনো শব্দ শুনা নাপালে।

কিছু মৌন মুহূৰ্ত পাৰ হ'ল। ............

ঃ আহ............! —কিছু সময়ৰ পাছতে পুৰুষ কণ্ঠৰ শব্দ এটা ভাহি আহিল। শব্দটো বেদনা সূচকো হ'ব পাৰে, আনন্দসূচকো হ'বলৈ পাৰে।

পাছ মুহূৰ্ততে নাৰী কণ্ঠতো সেই একেই শব্দ এটা শুনা গ'ল। তাৰপাছত পুৰুষ-নাৰী উভয়ৰে। তাৰমানে............। বিকাশৰ আৰু একো বুজিবলৈ বাকী নাথাকিল।

কিন্তু কোন ? কোন এই পুৰুষ আৰু নাৰী ? এই নিশাখন নিৰ্লজ্জ যৌন কামনা চৰিতাৰ্থ কৰিবৰ বাবে বাচি লৈছে পৰিত্যক্ত এই ঘৰটো। অৱশ্যে নাৰী কণ্ঠস্বৰটো কাৰ, সেয়া বিকাশে ইতিমধ্যে বুজি পাইছে। কিন্তু পুৰুষজন কোন ?

: যাওঁ……। ভালেমান সময় হ'ল। —নাৰীকণ্ঠৰ মাত ভাহি আহিল।

: এতিয়াই যোৱানে? ৰাতি পুৱাবলৈ আৰু বহুত সময় আছে। —পুৰুষ কণ্ঠ।

: আছে ঠিকেই। কিন্তু সাবধান হোৱাটো ভাল। কোনোবাই দেখা পাব লাগিলে সৰ্ব্বনাশ হ'ব। ……চাওঁ, এৰি দিয়া। —নাৰী-কণ্ঠ।

: তুমিও জানো কম?

: ইহ্……!

: তুমি কিন্তু মোক পগলা কৰি তুলিছা দিনে দিনে……। —পুৰুষ কণ্ঠ।

: তেন্তে মোক বিয়া কৰি নোলোৱা কিয়?

: বাধা অনেক। হাতলৈ যেতিয়ালৈকে শকত ধনৰ টোপোলা নাহে, বিয়া কৰোৱাৰ কথা ভাবিবই নোৱাৰোঁ।

: তেতিয়া নিশ্চয় মোক পাহৰি যাবা!

: নাযাওঁ সোণজনী! তুমি মোক যি তৃপ্তি দিছা, সেই কথা জানো মই পাহৰিব পাৰিম?

: সেই কথা নাপাহৰিব পাৰা। কিন্তু মোক? মোক ঠিকেই পাহৰি যাবা।

: এনে কথা কৈ মোৰ মনত কষ্ট নিদিবা, তুমি। ব'লা, যাওঁ তেন্তে। নহ'লে ভূতৰ ঘৰত 'ভুত' ওলাবলৈ পাৰে।

: ওলাওক। ভূত-চূতলৈ মোৰ অকণো ভয় নালাগে।

বিকাশে এইবাৰ ভাবিলে, অলপ মজা কৰা যাওক। সি মুখেৰে অদ্ভুত ধৰণৰ শব্দ এটা কৰি বন্ধ দুৱাৰখনত ঢকা এটা মাৰিলে আৰু কৈ উঠিল—

: ভূতলৈ ভয় নকৰোঁ বুলি মোক, এই হাৰাধন চকীদাৰৰ আত্মাক

কিয় প্ৰত্যাহ্বান কৰিছ ? নাজান, প্ৰতি নিশা মই এই ঘৰটোত ঘুৰি ফুৰোঁ বুলি ! হেঁ····হেঁ····হেঁ····হেঁ····হি····হি····হি·········

আঁ······· আঁ·· ···· । —লগে লগে নাৰীকণ্ঠৰ ভয়াৰ্ত চিৎকাৰ এটা ভাহি আহিল ।

পুৰুষ কণ্ঠৰো অস্পষ্ট আৰ্তনাদ এটা শুনা পোৱা গ'ল ।

বিকাশে লাহে লাহে বাৰান্দাৰ পৰা আঁতৰি আহিল । আঁতৰি অহাৰ আগতে পুনৰ নাকেৰে উচ্চাৰণ কৰি খিকৃখিকাই হাঁহি উঠিল ।

ইতিমধ্যে বৰষুণ জোৰেৰে পৰিবলৈ আৰম্ভ কৰিছিল । কাণ তাল মাৰি যোৱাকৈ মেঘেও গৰজি উঠিল ।

কোঠাৰ ভিতৰত বিকাশে যেতিয়া প্ৰবেশ কৰিলে, তেতিয়া বিজয়ে বেড চুইছটো জ্বলাই কিবা আলোচনী এখনৰ পৃষ্ঠা লুটিয়াই লুটিয়াই তাৰ বাবেই অপেক্ষা কৰি আছিল । ডিঙিলৈকে তাৰ শৰীৰটো লেপেৰে ঢাক খাই আছে ।

বৰষুণত বিকাশ কিছু তিতিছিল । ক'লা জেকেটটো খুলি সি টাৱেলেৰে মূৰটো মচিবলৈ ধৰিলে ।

: কিবা লাভ হ'ল ? —বিজয়ে সুধিলে ।

: হ'ল । হাঁহি উঠা কাণ্ড । —বিকাশে হাঁহি মাৰি ক'লে ।

: কিনো ? —বিজয়ৰ চকুত কৌতুহল ।

বিকাশে এইবাৰ কথাবোৰ খুলি ক'বলৈ ধৰিলে তাক ।

## ॥ তেইছ ॥

## তৃষ্ণা

প্ৰাছদিনা আবেলি তিনিমান বজাৰত মাৰুতীখন লৈ তৃষ্ণা আহি পালে। কোলাত কেঁচুৱাটো।

বিকাশে সেই সময়ত বিজয়ক লগত লৈ কৃষ্ণা দেবীৰ কোঠাত বহি কথা পাতি আছিল। হঠাৎ তৃষ্ণা সোমাই আহিছিল তেতিয়াই। পিন্ধনত পাতল গোলাপী ৰঙৰ এখন শাড়ী। ওঁঠত লিপষ্টিক। কোচত কেঁচুৱাটো। 'মা' বুলি কিবা ক'বলৈ খুজি হঠাৎ তৃষ্ণা থমকি ৰ'ল। তাইৰ অপৰিচিত বিকাশ আৰু বিজয়ৰ ফালে তাই প্ৰশ্ন-বোধক চাৱনিৰে চালে।

: মৃগাংক আৰু পবিত্ৰ, এইজনীয়েই মোৰ বৰ্ত্তমান সৰু বোৱাৰী তৃষ্ণা। আৰু তৃষ্ণা, এওঁ হৈছে মোৰ সম্বন্ধীয়া বাইদেউ এগৰাকীৰ পুত্ৰ মৃগাংক বৰুৱা, আৰু এওঁ হৈছে মৃগাংকৰ বন্ধু পবিত্ৰ কুমাৰ চলিহা।

তৃষ্ণাই নমস্কাৰ জনালে। প্ৰত্যুত্তৰত বিকাশ আৰু বিজয়েও নমস্কাৰ জনালে। তাৰপাছত বিকাশে ক'লে—

: আপোনাৰ কথা মাহীৰ মুখত শুনিছোঁ। দেউতাৰ বোলে গা অসুখ হৈছিল? এতিয়া কেনে?

: আগতকৈ ভাল।—তৃষ্ণাই চমুকৈ উত্তৰ দি দুয়োৰে ফালে তীৰ্য্যক চাৱনিৰে চালে। বিকাশৰ মনত হ'ল—তৃষ্ণাই যেন সিহঁত দুটাৰ উপস্থিতি বৰ ভাল পোৱা নাই। আৰু এটা কথা বিকাশে লক্ষ্য কৰিলে—তৃষ্ণাক বিধৱা ভিৰোতা যেন অকণো নালাগে। সম্ভৱ,

সাজ-পোচাকৰ বাবেই। বিকাশে অৱশ্যে ব্যক্তিগতভাবে ভাবে যে, গাভৰু বয়সত বিধবা হোৱা নাৰীয়ে বগা কাপোৰ পিন্ধি সন্ন্যাসীনিৰ দৰে জীৱন কটোৱাৰ কোনো যুক্তি নাই।

: তুমি দুদিনমান থাকিম বুলি কৈ দেখোন কেইবাদিনো কৰিলা? —কৃষ্ণা দেবীয়ে তৃষ্ণাৰ ফালে চাই কিছু বিৰক্তিৰ সুৰত ক'লে।

: কৈছিলোঁ। ঠিকেই। কিন্তু অসুখীয়া দেউতাক এৰি তৎক্ষণাৎ কেনেকৈ গুচি আহোঁ? আজিও আহিবলৈ দিয়া নাছিল। মইহে আপোনাৰ কথা ভাবি প্ৰায় জোৰ কৰিয়েই পুৱাতে গুচি আহিলোঁ। —তৃষ্ণায়ো প্ৰায় বিৰক্তিৰ সুৰতেই উত্তৰটো দিলে।

: অ', তাৰমানে মই যে বেমাৰীজনী বিছনাত পৰি আছোঁ, সেই কথা তোমাৰ মনত আছে! ভাল মনত পৰিল তোমাৰ! মই বোলোঁ দেউতাৰাৰ ঘৰলৈ গৈ মোক পাহৰিলাই কিজানি! —কৃষ্ণা দেবীৰ কণ্ঠত এইবাৰ ব্যংগাত্মক সুৰ।

: মা, কি যে কথাবোৰ কয় আপুনি! —বুজা গ'ল, তৃষ্ণাৰ খং উঠিছে।

: সেয়া, মই কিবা ক'লেই তোমাৰ খং উঠে। আৰু সেই বাবেই মোৰো খং উঠে। তোমালোকে মোৰ প্ৰত্যেকটো কথাৰে ওলোটা অৰ্থ লোৱা। আৰু এইটোৱে মোৰ বাবে অসহ্য! দেখিলা তোমালোকে, মৃগাংক?

: মা, এওঁলোকৰ লগত মই এইমাত্ৰ চিনাকী হৈছোঁ। আৰু আপুনি……… ।—অপমানিতাৰ সুৰত কথাখিনি কৈ আধৰুৱাতে ৰৈ গ'ল তৃষ্ণা। বিকাশ আৰু বিজয়ে বুজি পাইছে, এই মুহূৰ্তত তৃষ্ণাৰ খং উঠিছে। অসম্ভৱ খং। অনাহকতে এইবোৰ কথা এই সময়ত কোৱাতো কৃষ্ণা দেবীৰ সঁচাকৈয়ে উচিত হোৱা নাই।

: আপোনালোক বহক। মই আহোঁ…… ।—তৃষ্ণাই বিকাশ আৰু বিজয়লৈ চাই নম্ৰ সুৰত কৈ উঠিল।

: আৰে, তুমি কেতিয়া আহিলা ?—বিকাশ আৰু বিজয়ে কিবা এটা উত্তৰ দিয়াৰ আগতেই এইবুলি কৈ কৈ ডাক্তৰ ত্ৰিদিব বৰুৱা সোমাই আহিল। কথাষাৰ যে তৃষ্ণাকে কোৱা হৈছে, সেই কথা বুজি পাবলৈ কাৰো অসুবিধা হোৱা নাই।

: এইমাত্ৰ। ভালনে আপোনাৰ ?—তৃষ্ণাই ক'লে।

: নমৰি জীয়াই আছোঁ।— এইবুলি ত্ৰিদিবে অকাৰণতে হাঁহি উঠিল। হাঁহি-হাঁহিয়েই ত্ৰিদিবে বিকাশ আৰু বিজয়লৈ চালে। অৰ্থাৎ—কোন এওঁলোক ?

ত্ৰিদিবে এইবাৰ তৃষ্ণাৰ কেচুৱাটোক মৰম কৰি কৰিয়েই কৃষ্ণা দেৱীক সুধিলে—

: আপোনাৰ ভালনে ? শেৱালীয়ে ঠিক মতে দৰব আৰু ইঞ্জেকচন দি আছেতো ?

: তাই বেচেৰীয়ে পৰ হৈয়ো মোৰ কাৰণে বহুত কৰিছে। ঘৰৰবোৰৰতো খবৰেই নাই।—এইবুলি কৃষ্ণা দেৱীয়ে আঁৰ চকুৰে তৃষ্ণাৰ ফালে চালে। ত্ৰিদিবে কিন্তু এইবাৰো হা-হা কৈ হাঁহি উঠিল। তাৰপাছত এবাৰ তৃষ্ণাৰ ফালে আৰু এবাৰ বিকাশ-বিজয়ৰ ফালে চালে।

ত্ৰিদিবৰ চকুৰ ভাষা কৃষ্ণা দেৱীয়ে সম্ভৱ বুজি পালে। সেয়ে তেওঁ এইবাৰ পৰস্পৰৰ সৈতে পৰস্পৰৰ চিনাকী কৰি দিলে। নমস্কাৰ বিনিময়ৰ পৰ্ব্ব শেষ হোৱাৰ পাছত কৃষ্ণা দেৱীয়ে কৈ উঠিল—

: ত্ৰিদিব, তুমিনো কেতিয়া আহিলা ?

: মই আজি পুৱাতে পালোঁ, মাহী।

: বিয়াৰ যা-যোগাৰ কি হ'লগৈ ?

: দুখৰ কথা, মাহী। বিয়াখন ভাঙি দিলোঁ।

: কিয় ? কৃষ্ণা দেৱী আচৰিত।

: ল'ৰাটোৰ স্বভাব বৰ ঠিক নহয়। গতিকে তেনে এটা ল'ৰাৰ লগত বিয়া দি মোৰ ভনীজনীৰ ভবিষ্যত নষ্ট কৰোঁ। কেনেকৈ ?

: ভালেই কৰিলা দিয়া।—কৃষ্ণা দেবীয়ে যেন দীৰ্ঘ নিঃশ্বাস এটা এৰিলে।

: আপোনালোক বহক। — এইবুলি তৃষ্ণা ৰূমটোৰপৰা ওলাই গ'ল। তাইৰ গমনপথৰ ফালে চাই কৃষ্ণা দেবীয়ে অস্ফুত সুৰত কৈ উঠিল সকলো ভাগ্য !

: মায়াপুৰ কেনে লাগিছে ?—ত্ৰিদিবে বিকাশ আৰু বিজয়ৰ ফালে চাই সুধিলে।

: বেয়া লগা নাই। অৱশ্যে এতিয়ালৈকে তেনেদৰে ঘূৰাই নাই।—বিকাশে উত্তৰ দিলে।

: তেন্তে ? আপোনালোকে অহাৰ পৰাই ঘৰৰ ভিতৰতে সোমাই আছে নেকি ?—ত্ৰিদিব যেন বিস্মিত।

: মায়াপুৰতনো চাবলগীয়া এনে কি বস্তুটো আছে ?— কৃষ্ণা দেবীয়ে ত্ৰিদিবলৈ চাই ইষৎ বিৰক্তিৰ সুৰত কৈ উঠিল।

: চাব জানিলে বহুত বস্তুৱেই আছে।—ত্ৰিদিবে এইবাৰ ধেমালিৰ সুৰত কৈ উঠিল।

: তেন্তে সেই বস্তুবোৰ তুমিয়েই দেখুৱাই ফুৰা। — বিৰক্তিৰ সুৰত কৃষ্ণা দেবীয়ে ক'লে।

: নিশ্চয় দেখুৱাম। এওঁলোক মায়াপুৰৰ আতিথি। গতিকে দায়িত্ব পালন মই নিশ্চয় কৰিম। হাঃ....হাঃ...হাঃ...। ত্ৰিদিবে পুনৰ অকাৰণতে এইবাৰ সশব্দে হাঁহি উঠিল।

: ত্ৰিদিব, হাঁহি বন্ধ কৰা। তুমিও সেই একেই। সকলো বোৰ কথাই ধেমালিৰূপে লৈ হাঁহি উৰুৱাই দিয়া। এইবোৰ ভাল কথা নহয় ?—স্পষ্ট খঙৰ সুৰ কৃষ্ণা দেবীৰ কণ্ঠত।

ঃ সেয়া! আপুনি অলপ কথাতে আমাক বেয়া পায়। অযথা বাৰু আপুনি কিয় উত্তেজিত হৈ পৰে? আপোনাৰ বাবে বেয়া। প্ৰেচাৰ থকা মানুহ তাতে।—এইবুলি ত্ৰিদিবে এইবাৰ কৃষ্ণা দেবীৰ ওচৰলৈ আহি তেওঁক পৰীক্ষা কৰাত লাগিল।

বিকাশ আৰু বিজয়ে তীক্ষ্ণভাবে ত্ৰিদিবলৈ চাই থাকিল।

## ॥ চৌবিছ ॥

# চন্দ্ৰাৰ ভয়, ৰাণীৰ খং

: এটা কথা.........।— ত্ৰিদিব আৰু শেৱালী কোঠাটোৰ পৰা ওলাই যোৱাৰ পাছত কৃষ্ণা দেৱীয়ে বিকাশ-বিজয় দুয়োটালৈ চাই ক'লে।

: কি, কওক ?—বিজয়ে মাত লগালে ।

: যোৱা নিশা তোমালোকে কিবা শব্দ শুনা পাইছিলা নেকি ?—ফুচ্ ফুচাই কৃষ্ণা দেৱীয়ে ক'লে।

: শব্দ ? কেনেকুৱা শব্দ ?— বিজয়ে এইবাৰ বিকাশৰ মুখলৈ চালে। কিন্তু বিকাশৰ চকুৰ দৃষ্টি কৃষ্ণা দেৱীৰ ওপৰত।

: ওঁ, শব্দ। গভীৰ নিশা হঠাৎ নাৰী কণ্ঠৰ আৰ্তনাদ এটা শুনা যেন লাগিছিল। ঠিক তাৰ আগে আগে সম্ভৱ বৰষুণ দিছিল। কাৰণ, তেতিয়ালৈকে মোৰ টোপনি অহা নাছিল বাবে সাৰে আছিলোঁ।— কথাখিনি কৈ কৃষ্ণা দেৱীয়ে এনেকুৱা এটা মুখৰ ভংগী কৰিলে, যেন তেওঁ আতংকত শিয়ৰি উঠিছে।

: কোন ফালৰ পৰা শব্দটো ভাহি আহিছিল ? — বিকাশে এইবাৰ প্ৰশ্ন কৰিলে।

: সম্ভৱ, বাৰীখনৰ ফালৰ পৰা। যি ফালে হাবাধন থকা পকাৰ ঘৰটো আছে। উঃ, ভয়তে তেতিয়া মোৰ মনৰ অৱস্থা যে কেনেকুৱা হৈছিল, বুজাব নোৱাৰো !— কৃষ্ণা দেৱীৰ চকু দুটা বিস্ফাৰিত হ'ল।

: আপুনি ঠিকেই শুনা পাইছিল। কাৰণ, নাৰীকণ্ঠৰ আৰ্ত চিৎকাৰ এটা ময়ো শুনা পাইছিলোঁ। — বিকাশে গহীনাই মাত দিলে।

: তাৰমানে.... । তাৰমানে মোৰ ভুল হোৱা নাই? হে ভগবান! হাৰাধনৰ আত্মাই তাৰমানে........ । .... তোমালোকক এটা কথা কোৱাই নাই। মানে হাৰাধন চকীদাৰৰ কথা.... ...

: জানো। —বিকাশে চমুকৈ ক'লে।

: জানা? কোনে ক'লে?— কৃষ্ণা দেবীয়ে এনে এটা ভংগীত ক'লে, যেন তেওঁৰ বাদে হাৰাধনৰ কথা অন্য কোনোৱে নাজানে।

: দীপকে কৈছিল। —বিকাশে ক'লে।

: দীপক! হাৰামজাদাই তাৰমানে সকলোবোৰ কথাই তোমালোকক ইতিমধ্যে কৈছে। কালি-পৰহি বেটা আহিছেহে! সকলোবোৰ কথা তাৰ মুখৰ আগত। কোৱা, আৰু কি কি কৈছিল? গালে চাগে মোৰ বদনাম এসোপামান! উঃ........

: না....নাই, বদনাম এঁকো কোৱা নাই। —মসব্যস্তে বিকাশে কৈ উঠিল।

: মিছা কথা কোৱা নাইতো? — কৃষ্ণা দেবীয়ে মনৰ সংশয় নগ'ল।

: আপুনি ইমান সন্দেহ কৰে কিয়?

: ক'লোঁৱেই দেখোন, এইখন ঘৰৰ সকলোবোৰ মোৰ শত্রু। নিজৰ ঘৰৰ মানুহকে বিশ্বাস নাই, দীপক কোন কুটা?

: ইমান বেছি সন্দেহ ভাল নহয়। আপুনি বোধহয় নাজানে, মনৰ সন্দেহেও মানুহক বেছি বেমাৰী কৰি তোলে।

: কিন্তু পৰিস্থিতিয়ে মোক বাধ্য কৰিছে। বাৰু, মোৰ আচল শত্রু কোন, কিবা সূত্র পাইছানে নাই? অনতিপলমে কিবা এটা কৰা।

: সেই দায়িত্ব আমাৰ যেতিয়া আপুনি নিশ্চিন্ত মনে থাকক। আৰু এটা কথা............

ঠিক সেই সময়তে দুৱাৰখন ঠেলি চন্দ্ৰা সোমাই অহাত বিকাশ থমকি ৰ'ল। চন্দ্ৰাৰ হাতত গাখীৰ এগিলাছ। কৃষ্ণা দেবীয়ে তাইৰ ফালে বিৰক্তিৰে চালে। তেওঁৰ টেবুলখনৰ কাষতে চন্দ্ৰাই গাখীৰ গিলাচ থৈ বিকাশ-বিজয়লৈ চাই ক'লে—

: আপোনালোকক চাহ খাবলৈ মাতিছে।

: গৈছোঁ। বাৰু চন্দ্ৰা, যোৱা নিশা তুমিও চিঞৰ এটা শুনিছিলা নেকি? —বিকাশে চন্দ্ৰাৰ মুখলৈ চাই ক'লে।

: চিঞৰ? কাৰ চিঞৰ? —চন্দ্ৰা যেন আকাশৰ পৰাহে সাৰি পৰিল।

: কোনোবা মাইকী মানুহৰ চিঞৰ?

: মাইকী মানুহৰ চিঞৰ? ওঁহো, ক'তা, মইতো একো শুনা নাই! —চন্দ্ৰাই যেন এইবাৰ কিছু ভয়হে খালে। কৃষ্ণা দেবীৰ মতে—"বৰ ভয়াতুৰা ছোৱালী চন্দ্ৰা"। গতিকে ভয় খোৱাটোৱেই স্বাভাবিক। ভয়ে ভয়েই তাই আকৌ সুধিলে—কাৰ চিঞৰ?

: কাৰো নহয়, তই যা। দাদাৰে তোক ভয় খুৱাবলৈ এনেয়ে কৈছে। —কৃষ্ণা দেবীয়ে ক'লে।

: ইচ্......। —চন্দ্ৰাৰ চকুত অবিশ্বাসৰ চাৱনি।

: কিহৰ ইচ্? যা......। দুৱাৰখন জপাই দিবি.........

চন্দ্ৰা গুচি গ'ল। বাহিৰৰ পৰা দুৱাৰখন অৱশ্যেই জপাই থৈ গ'ল।

এইবাৰ হঠাৎ মনত পৰাদি কৃষ্ণা দেবীয়ে কৈ উঠিল—কথাৰ কোবত পাহৰিয়েই আছোঁ। যোৱা, তোমালোকে চাহ-তাহ খাই আহাগৈ।

: গৈছোঁ। কিন্তু এটা কথা………

: কোৱা।

: মই অলপ পাছতে এঠাইলৈ যাম। কাইলৈহে ঘূৰি আহিম আপুনি মোক………

[ ] চাহৰ টেবুলত লাবণ্যই নিজেই বিকাশৰ ফালে চাই ক'লে —কালি ৰাতি আমাৰ বাৰীখনৰ ফালৰ পৰা কোনোবা মাইকী মানুহে চিঞৰা শুনা পাইছিলোঁ। কোনে চিঞৰিছিল জানো! কামৰ হেঁচাত আগবেলা ক'বলৈ পাহৰিয়েই আছিলোঁ।

: তাৰমানে সঁচাকৈয়ে……… ? —কাষতে বৈ থকা চন্দ্ৰাই বিকাশ আৰু বিজয়ৰ মুখলৈ চালে।

: কি অ' ? —লাবণ্যই চন্দ্ৰালৈ চালে।

: অলপ আগতে দাদায়ো মোক সুধিছিল, কালি ৰাতি কাৰোবাৰ চিঞৰ শুনা পাইছিলোঁ নেকি বুলি ? —চন্দ্ৰাই চকু দুটা ডাঙৰ-ডাঙৰ কৰি লাবণ্যৰ ফালে চাই ক'লে।

: উহ্! ন'বৌ, আপোনালোকে কি যে আজে-বাজে কথা বোৰ পাতে ? নিশাখননো কোন মাইকী মানুহে আমাৰ বাৰী খনলৈ আহি চিঞৰ মাৰিব ? কাৰ ইমান সাহস আছে, হাৰাধন চকীদাৰৰ ভূত থকা বাৰীখনলৈ নিশা অহাৰ ? ষ'ত চব্ বাজে কথা! আচলতে এইবোৰ আপোনালোকৰ মনৰ ভুল! —ৰাণীয়ে আঁৰ চকুৰে বিকাশলৈ চাই প্ৰতিবাদৰ সুৰত হঠাৎ কৈ উঠিল।

: মনৰ ভুল হ'বই নোৱাৰে, ৰাণী। মইতো স্পষ্ট ভাবেই চিঞৰটো শুনা পাইছিলোঁ। ঠিক আছে, মোৰ যেনিবা মনৰেই ভুল। কিন্তু (বিকাশলৈ চকুৰ ইংগিতেৰে দেখুৱাই) এওঁৰো মনৰ ভুল নে ? নহ'লে চন্দ্ৰাক সুধিবলৈ যাব কিয় ? —লাবণ্যই এইবাৰ

সকলোৰে ডিচত লুচি পৰিবেশন কৰি কৰি ক'লে।

: ময়ো স্পষ্ট ভাবেই শুনা পাইছিলোঁ। শুনা পাইছিল মাহীয়েও। —বিকাশে ক'লে।

: জানো। মই কিন্তু একো শুনা নাই। অৱশ্যে নিশা মই সাৰো পোৱা নাই। গভীৰ-গভীৰ টোপনিত। —ৰাণীয়ে এইবাৰ নিজকে নিজে কোৱাদি ক'লে।

ঠিক সেই সময়তে ডাইনিং কোঠালৈ নবীন সোমাই আহিল। পিন্ধনত পায়জামা আৰু হাত কটা গেঞ্জী এটা। ওঁঠৰ ফাকত জ্বলন্ত ছিগাৰেট। কোঠাটো'ত সোমায়েই সি লাবণ্যৰ ফালে চাই ক'লে—

: নবৌ, মোক চাহ নিদিয়া ?

: কিয় নিদিম ? বহা........। —লাবণ্যৰ কণ্ঠত স্নেহৰ সুৰ।

নবীন বহিল। তাৰপাছত মুখেদি ছিগাৰেটৰ ধোঁৱা এমুকুৰা উলিয়াই বিকাশ আৰু বিজয়লৈ চাই কৈ উঠিল—আপোনালোকে দিয়া ছিগাৰেট শেষ হৈ গ'ল।

: কোনো কথা নাই, আৰু দিম। —বিকাশে হাঁহি মাৰি ক'লে।

: আপুনি হাঁহিল কিয় ? —ৰাণীয়ে হঠাৎ আক্ৰমণৰ সুৰত বিকাশলৈ চাই কৈ উঠিল।

: মানে ? বিকাশে আচৰিত হোৱাৰ অভিনয় কৰিলে। আচ-লতে সি তৎক্ষণাৎ বুজি পালে, ৰাণীৰ খং উঠাৰ কাৰণটো। তাই হয়তো ভাবিছে, ককায়েক পগলা বুলি বিকাশে হাঁহি মাৰি নেগ-লেটৰ সুৰত কথা কৈছে।

: মানে আৰু কি ? উত্তৰটো আপুনি নাহাঁহিও দিব পাৰিলে-হেঁতেন। অথচ........

ৰাণীয়ে আৰু কিবা কোৱাৰ আগতেই লাবণ্যই মৃদু ভৎসনাৰ সুৰত কৈ উঠিল —ৰা...ণী !!

: নবৌ, এটা কথা কওঁ। সকলো মানুহে সকলো কথা সহ্য কৰিব নোৱাৰে। আপুনি সহজ ভাবে লোৱা কথাটো মই হয়তো সহজ ভাবে ল'ব নোৱাৰিম। যেনে, নবীনদাই আপোনাৰ আগতেই ছিগাৰেট খাই আছে। হয়তো নবৌ হিচাপে আপুনি পেটে-পেটে বেয়া পাব পাৰে। কিন্তু এই ছিগাৰেট খোৱা কথাটো মই নিতান্ত সাধাৰণ ভাবে লৈছোঁ। মৰ্ডাণ যুগৰ এইটো মামুলী কথা। ঠিক সেইদৰে ড্ৰিংক কৰা কথাটোও মোৰ বাবে সাধাৰণ কথা। যুগ সলনি হৈছে। আৰু যুগৰ লগত খোজ মিলাই যোৱাটো ডাঙৰ কথা। আচলতে আমাৰ ভাৰতীয় মানুহবোৰৰ মনবোৰ বৰ ঠেক। —একে উশাহে কথাখিনি কৈ ৰাণী থমকি ৰ'ল। বৈ পুনৰ আঁৰ চকুৰে বিকাশলৈ চালে।

: হ'ব ৰাণী, হ'ব। বাপ্ৰে! ইমানবোৰ কথা কৈ দিলা। তুমি আচলতে নেতা হ'ব লাগিছিল ......নবীনে ছিগাৰেট খোৱা কথাটোত মই অকণো বেয়া পোৱা নাই। কিয় পাম? কাৰণ, নবীন এজন ......। —থমকি ৰ'ল হঠাৎ লাৱণ্য। আচলতে অতৰ্কিত ভাবে তেওঁৰ মুখৰপৰা ওলাই যাব খুজিছিল—"নবীন এজন পগলা যুৱক" বুলি। তেওঁৰ আধৰুৱা বাক্যটো বুজি পাবলৈ কাৰো বিশেষ অসুবিধা নহ'ল।

ৰাণীৰ খং উঠিছিল যদিও এইবাৰ আৰু একো মাত নামাতি পানীৰ গিলাচটো তুলি ল'লে তাই।

: নবৌ, এইবোৰ কথা বাদ দিয়ক! দিয়ক, ভাজী অলপ দিয়ক আৰু। ভালদৰে খাই লওঁ। বহুত দূৰ বাট যাব লাগিব। —বিকাশে পৰিবেশটো পাতলাবৰ বাবেই কৈ উঠিল।

: কি কথা? তুমি ক'ৰবালৈ যাবা নেকি? —বিকাশৰ ডিচত ভাজী দি লাৱণ্যাই বিস্মিত সুৰত কৈ উঠিল।

: হয়। শিৱসাগৰলৈ যাওঁ। বন্ধু এজনৰ ঘৰলৈ।

: ঘুৰিবা কেতিয়া ? মায়ে জানে কথাটো ? —নবীনলৈ লুচি আৰু ভাজীৰ ডিচ্ এখন আগবঢ়াই দি লাবণ্যই ক'লে।

: জানে। মাহীক কৈছোঁ কথাটো।

: হঠাৎ ? এওঁ, মানে তোমাৰ বন্ধু পবিত্ৰ ?

: সি নাযায়। শৰীৰটো বৰ ভাল লগা নাই বোলে তাৰ।

: ইচ্ ! কি হৈছে ?

: নাই, মা···মানে জ্বৰ-জ্বৰ ভাব এটা আছে। —বিজয়ে থত্‌মত্ খাই ক'লে।

: কোৱা নাই কিয় ? ডাক্তৰ বৰুৱাই দৰব দি থৈ যাব পাৰিলে-হেঁতেন। ৰ'বা, মই চাওঁচোন। মোৰ ওচৰত টেব্‌লেট-চেব্‌লেট থাকিবও পাৰে। —লাবণ্যই ব্যস্ততাৰ সুৰত ক'লে। এই ব্যস্ততা কৃত্ৰিম নে অকৃত্ৰিম, বিকাশ আৰু বিজয়—দুয়োটাই ঠিক বুজিব নোৱাৰিলে।

: নালাগে দিয়ক। সামান্য জ্বৰত মই দৰব নাখাওঁ। মিছাতে গাটো দুৰ্ব্বল যেন লাগে। -বিজয়ে কৈ উঠিল।

: জ্বৰীয়া শৰীৰটোৰে ভাল আপুনি খাবলৈ পাৰিছে। —এই বুলি ৰাণীয়ে হাঁহি উঠিল। সেই হাঁহিত নবীনেও যোগ দিলে। ফলত গোটেইবোৰেই সশব্দে হাঁহি উঠিল।

॥ পাঁচ ॥

## ৰাণী, দীপক আৰু বিজয়

বিকাশ আজি নাই। গতিকে বিজয়েই আজি নিশাৰ অভিযানত ওলাবলৈ লাগিব। কি কৰিব লাগিব, বিকাশে সেয়া তাক বুজাই থৈ গৈছে।

নিশা এতিয়া ন বাজোঁ বাজোঁ।

কৃষ্ণা দেবী তেওঁৰ কোঠাত। গুই গুই আলোচনী এখন চাই আছে। কাষতে থকা চকীখনত শেৱালী বহি আছে। তাইৰ হাতত ইংৰাজী ছিনেমা আলোচনী এখন। মাজে মাজে আঁৰ চকুৰে কৃষ্ণা দেবীৰ ফালেও দৃষ্টি দিছে তাই। কাৰণ, কোন মুহূৰ্তত কৃষ্ণা দেবীয়ে কি কৈ উঠে, তাৰ কোনো ঠিক নাই। অন্যমনস্ক হ'লেই ধমকি শুনিবলৈ লাগে। গতিকেই........।

'কৃষ্ণালয়'ৰ নিশাৰ আহাৰ পৰ্ব এতিয়ালৈকে হোৱা নাই। লাবণ্য আৰু চন্দ্ৰা ৰান্ধনীশালত। প্ৰমোদ আৰু বিদিশা পঢ়া টেবুলত।

তৃষ্ণা আৰু ৰাণী নিজৰ নিজৰ কোঠাত। অৱশ্যে তৃষ্ণাই কিছু সময় আগলৈকে ৰান্ধনীশালত বহি বহি লাবণ্যৰ আগত বঙাইগাঁৱৰ ঘৰখনৰ কথা পাতি আছিল। শান্তুৰেকৰ 'বেয়া ব্যবহাৰ' লৈ ক্ষোভ প্ৰকাশো কৰিছিল। লাবণ্যই কোনো মন্তব্য নিদি মাথোঁ শুনি গৈছিল।

বেংটুৱে আগফালৰ প্ৰকাণ্ড গে'টখনৰ আগত অন্ধকাৰ যেন ঠাই এটুকুৰা বাচি লৈ চিলিম টানি আছিল।

নবীনে তাৰ কোঠাৰ বিছনাখনত শুই শুই ছিগাৰেট হুপি আছিল। বিজয়ে দিয়া ছিগাৰেট। নবীনক এই মুহূৰ্ত্ত এনে দেখা গৈছে, সি যেন কোনোবা অন্য ৰাজ্যতহে বিচৰণ কৰি আছে।

ৰাণীয়ে তাইৰ কোঠাত বিছনাত পেট পেলাই শুই শুই হিন্দী ৰহস্য কিতাপ এইন পঢ়ি আছিল। এনেতে—

ঠক্‌……ঠক্‌……ঠক্‌…………

দুৱাৰত শব্দ হ'ল। ৰহস্যৰ মাজত ডুব গৈ থকা ৰাণী যেন চমকি উঠিল ক্ষণিকৰ বাবে তাৰ পাছতে তাই চিঞৰিলে—

: কোন ?…… ……চন্দ্ৰা…… …… ?

নহয়, মইহে……। —বাহিৰৰ পৰা গল্‌গলীয়া পুৰুষ কণ্ঠ ভাহি আহি ৰাণীৰ কাণত পৰিল।

: কোন মই ? —ইষৎ বিৰক্তিৰে ৰাণীয়ে ক'লে।

: মই, পবিত্ৰ চলিহা।

ৰাণীয়ে এইবাৰ একেজাপে বিছনাৰ ওপৰত উঠি বহিল আৰু ক'লে—দুৱাৰখন খোলাই আছে। আহক…………

পাছ মুহূৰ্ত্ততে বিজয় সোমাই আহিল। ৰাণীয়ে তাৰফালে প্ৰশ্নবোধক চাৱনি নিক্ষেপ কৰি ক'লে—

: বহক। হঠাৎ মোৰ ওচৰলৈ ?

: হয়।…………মানে বিশেষ কাম এটা, …………মানে এটা কথাৰ বাবে আহিলোঁ। —বিজয়ৰ কণ্ঠত ক্ষমা প্ৰাৰ্থনাৰ সুৰ। ইতিমধ্যে সি ছোফা এখনত বহি পৰিছিল।

: কওক ? —ৰাণীৰ হুচকুত কৌতুহল।

: আপুনি আৰু' মোৰ কথাটো হাঁহি উৰুৱাই নিদিব।—অঁক-ৰাৰ দৰে হৈ বিজয়ে ক'লে।

ৰাণীৰ এইবাৰ সঁচাকৈয়ে হাঁহি উঠিল। সেয়ে তাই খিল্‌-খিলাই হাঁহি কৈ উঠিল—

: নাহাঁহো, কওক। আপুনি ডেকা মানুহ হৈ একেবাৰে সক ল'ৰাই কোৱাদি কথা কৈছে। কওক ?

: চাওক, বন্ধু মৃগাংকৰ সৈতে মায়াপুৰলৈ মই এই প্ৰথম আহিছোঁ। অপৰিচিত ঠাই। আহি বহুতো কথা জানিলোঁ। 'কৃষ্ণালয়'ৰ বিষয়ে। মানে আপোনাৰ মাক কোনোবাই হত্যা কৰিবলৈ চেষ্টা কৰা, মাজ-নিশা বাৰীখনৰ পৰা নাৰীকণ্ঠৰ আৰ্তনাদ, হাৰাধন চকীদাৰৰ আত্মা....

আপুনি ঠিক কি ক'বলৈ বিচাৰিছে ? —বিজয়ৰ কথাৰ মাজতে বাধা দি ৰাণীয়ে কৈ উঠিল—

: মানে আজি মৃগাংকও নাই। মই শুম অকলশৰে। গতিকে...। —বিজয়ে খুউব সংকোচেৰে থমকি কৈ ৰাণীৰ মুখলৈ চালে

: থমকি ৰ'ল কিয় ? কওক ?—আগ্ৰহেৰে ৰাণীয়ে ক'লে।

: মানে সাবধান হৈ থকাটো ভাল, নহয়জানো ? গতিকে কথাটো কাক ক'ম ভাবি নাপাই আপোনাৰ ওচৰলৈকে আহিলোঁ। মানে আত্মৰক্ষাৰ কাৰণে মোক কিবা অস্ত্ৰ দিব নোৱাৰেনে ?

: অস্ত্ৰ ! কৈছে কি আপুনি ? মই আক' গাভৰু ছোৱালী-জনীয়ে আপোনাক অস্ত্ৰ ক'ৰপৰা দিম ? মই কিবা অস্ত্ৰ মজুত কৰি থৈছোঁনে ? আপুনি ডেকা মানুহ হৈ ইমান ভয়নে ? আচৰিত ! —ৰাণী বিস্মিত।

: ভয় নহয়। আত্মৰক্ষাৰ কাৰণে লগত কিবা এটা ৰখাটো ভাল। দিনকাল ভাল নহয়। কোন মুহূৰ্তত কি ঘটনা ঘটি যায়, তাক কোনেও নাজানে। তদুপৰি আৰু এটা কথা কি জানে ? —ফুচ্-ফুচাই কোৱাদি শেষৰ বাক্যশাৰী বিজয়ে ক'লে।

: কি ? —ৰাণীৰ মনত প্ৰচণ্ড কৌতুহল।

: কথাটো মই কাকো কোৱা নাই। আনকি মৃগাংককো।

: ভূমিকা নকৰি আপুনি আচল কথাটো নকয় কিয় ? —ৰাণীৰ যেন ধৈৰ্যৰ বান্ধ হেৰাই গৈছিল।

: কালি নিশা তিনিমান বজাত ভুইংৰুমত কোনোবাই খোজ কাঢ়ি ফুৰিছিল। মই স্পষ্টকৈ শুনা পাইছিলোঁ।

: কি……… !! —ৰাণীৰ চুচকু বিস্ফাৰিত হ'ল।

: হয়। আৰু আছে………

: আৰু আছে ? কি ! —ৰাণী যেন মৰিহে যাব।

: খোজকাঢ়ি ফুৰা ব্যক্তিজনে মাজে মাজে এনে ধৰণেৰে উশাহ লৈছিল, তেওঁ যেন বৰ কষ্ট পাইছে। আত্মহত্যা কৰা মানুহে মৃত্যুৰ আগমুহূৰ্তত বোলে কষ্ট খাই এনে ধৰণেৰে উশাহ লয়।

: আত্মহত্যা……… ! তাৰমানে……… মৰিলোঁ ! আপুনি মোক এই নিশাখন কি কথা শুনাই দিলে ? হৈছে, আজি নিশা আৰু মোৰ টোপনি নাহে। —অস্ফুট আৰু ভয়াৰ্ত কণ্ঠেৰে ৰাণীয়ে কৈ উঠিল।

: এতিয়া আপুনিয়েই কওক, সাবধান হৈ থকাটো ভাল নে বেয়া ? বিশেষকৈ মোৰ ক্ষেত্ৰত। নতুন মানুহ মই। আপুনি নিজৰ ওচৰতো কিবা অস্ত্ৰ থোৱাটো ভাল। মনত সাহস পাব। আপুনি নিশ্চয় কিবা থৈছে ?

: হয়………মানে………নহয়………। নাই, নাই……… মোৰ ওচৰত একোৱেই নাই। ক'ত পাম মই ?

: একোৱেই নাই। ক'ত পাম মই ? —বিজয়ে এইবাৰ ৰাণীৰ চুচকুলৈ চকুৰ পলক নেপেলোৱাকৈ চালে।

থত্‌মত্‌ খালে ৰাণীয়ে। তাৰপাছত নিম্ন স্বৰত ক'লে—সঁচাকৈয়ে মোৰ ওচৰত একো নাই। এইটো কিবা গোপন কৰা কথানে ? আপুনি এনেদৰে কৈছে, মই যেন মিছা কথাহে কৈছোঁ।

: মই তেন্তে লাবণ্য নবৌৰ পৰাই লওঁ ! —নিজকে কোৱাদি বিজয়ে ক'লে।

: কি, কি ল'ব ?

: ছুৰী……. । —বিজয়ে পুনৰ ৰাণীৰ চকুলৈ চালে ।

: ছু………ছু………ছুৰী……… ? —ঢোক এটা গিলি ৰাণীয়ে এপলকৰ বাবে বিজয়ৰ চকুলৈ চাই তলমূৰ কৰিলে ।

: হয়, ছুৰী । আপুনিও লগত ছুৰী এখনকে ৰাখক ।

: ৰা……ৰাখিব লাগিব ।

: মই আছোঁ তেন্তে……

: ভাল …… । উঃ, আপুনি মোক ভয় খুৱাই থৈ গ'ল ! —ৰাণীয়ে দুৱাৰখন জপাই ছকটো লগাই দিলে ।

  

: মিঃ শৰ্মা…………

দীপক চমকি উঠিল । একমনে সি যৌনধৰ্মী আলোচনী এখনৰ পৃষ্ঠা লুটিয়াই আছিল । চমকি উঠি সি দুৱাৰখনৰ ফালে চালে । দেখিলে—পবিত্ৰ চলিহা, অৰ্থাৎ বিজয় সোমাই আহিছে । কমৰ দুৱাৰখন সি এনেয়ে জপাই থৈছিল । স্মিত হাঁহি মাৰি সি ক'লে—আহক………আহক………

: কিতাপ পঢ়ি আছিল ? —বিজয়ে হাঁহি মাৰি সুধি তাৰ বিছনাখনৰ ওচৰতে থকা টুলখনত বহিল ।

: ক'তনো পঢ়িছো হয় ? পৃষ্ঠাহে লুটিয়াইছোঁ। আপুনি আহিল, ভালেই হ'ল । অন্ততঃ কিছু সময় আড্ডা মৰা যাব । তাচ খেলিবলৈ জানে ? আহক, তাচ খেলোঁ। —আলোচনীখন গাৰুৰ তলত ভৰাই দীপকে এইবাৰ োচকৰ তলৰপৰা তাচৰ পেকেটটো উলিয়ালে ।

: আপত্তি নাই। পাছে……। —বিজয় থমকি ৰ'ল।

: পাছে? —দীপকে বিজয়ৰ মুখলৈ চালে।

বিজয়ে এইবাৰ ৰাণীৰ আগত যিবোৰ কথা কৈছিল, সেই একেবোৰ কথাকে ক'লে।

কথাবোৰ শুনি দীপক ভালেমান সময় তলকা মাৰি থাকি ক'লে—সেইবাবেই লগত মই পিষ্টল এটা ৰাখিছোঁ। খেলনা পিষ্টল। শব্দ কিন্তু বৰ জোৰেৰে হয়। কাৰোবাক ভয় খুৱাবলৈ ভাল। পাঁচশ টকা দি ডিব্ৰুগড়ৰ পৰা কিনা। চাব নেকি?

॥ চাব্বিছ ॥

## সজাত বন্দী সাঁথৰ

সেইদিনাই গভীৰ নিশা বিজয়ক দেখা গ'ল সম্পূৰ্ণ ক'লা ৰঙৰ কাপোৰ পিন্ধি 'কৃষ্ণালয়'ত ঘূৰি ফুৰা। প্ৰত্যেকৰে কোঠাৰ কাষলৈ গৈ সি যেন কিবা উমান ল'বলৈ চেষ্টা কৰিছিল।

☐ পাছদিনা আবেলি পাঁচমান বজাত বিকাশ আহি পালে। পোনেই সি নিজৰ কোঠালৈ গৈ গা-ধুই ল'লে। তাৰপাছত এটাচি বেগটোৰপৰা ইস্ত্ৰি কৰি থোৱা পায়জামা আৰু পাঞ্জাবী চাৰ্টটো উলিয়াই লৈ পিন্ধি থাকোঁতেই বিজয়ে সুধিলে—

: অভিযান কিমান দূৰ সফল হ'ল ?

: হাণ্ড্ৰেড পাৰ্চেণ্ট। তোৰ পাছে যোৱা নিশাৰ অভিযান কেনে হ'ল ? —চেয়াৰ এখনত বহি আৰামেৰে ছিগাৰেট এটা জ্বলাই বিকাশে ক'লে।

: ক'ম বাৰু। আগতে তোৰ কথা ক'চোন ?

: আচল কথা কি জান ? 'কৃষ্ণালয়'ৰ ৰহস্যটো আমি যিমান গভীৰ বুলি ভাবিছিলোঁ, সিমান নহয়। অৱশ্যে এইটো মোৰ মানতহে।

: তাৰমানে ৰহস্যৰ সমাধান হৈ গৈছে ?

: প্ৰায়……। —ছিগাৰেটত দীঘলীয়াকৈ সুখ টান এটা মাৰি বিকাশে ক'লে।

: মই কিন্তু…………

চন্দ্ৰাক সোমাই অহা দেখি বিজয় থমকি ৰ'ল। চন্দ্ৰাই লাজকুৰীয়া হাঁহি এটা মাৰি ক'লে—

: আপোনালোকক চাহ খাবলৈ মাতিছে।

: গৈছোঁ ……। চন্দ্ৰা, তোমাক কথা সোধো? —বিকাশে ক লে।

: কি কথা, দাদা? —চন্দ্ৰাই তাইৰ কাজল সনা চকু দুটা নচুৱাই ক'লে।

: এই গাভৰু বয়সত লোকৰ ঘৰত আৰু কিমান দিন কাম কৰিবি? বিয়া-চিয়া নকৰাব নেকি? —বিকাশে গহীনাই ক'লে।

: ইহ্……। আমাৰ ভাগ্যত বিয়াই নাই। —চন্দ্ৰাই লেনিয়াই লেনিয়াই ক'লে!

: তোৰ দৰে ধুনীয়া গাভৰুজনীৰ বাবে ল'ৰাৰ আকাল হৈছেনে? বিকাশে এইবাৰ মৃদু হাঁহি মাৰিলে।

: মই বোলে ধুনীয়া? 'ঠেটা' কৰিছে আপুনি নহয়? যাওঁ পাই। পাকঘৰত কাম আছে। —এইবুলি কৈ চন্দ্ৰা আৰু নৰ'ল। মুখত ৰঙা আবীৰ এসোপা লৈ প্ৰায় দৌৰ মাৰি যোৱাদি কোঠা-টোৰ পৰা ওলাই গ'ল।

বিকাশ-বিজয় দুয়োটাই সশব্দে হাঁহি উঠিল।

চাহ খাই বিকাশ আৰু বিজয় কৃষ্ণা দেবীৰ কোঠাত প্ৰবেশ কৰিলে। সাত বাজিবলৈ তেতিয়া বিশ মিনিট সময় আছে।

শেৱালীয়ে তেতিয়া কৃষ্ণা দেবীৰ মূৰটো পিটিকি আছিল। বিকাশে কৃষ্ণা দেবীৰ মুখলৈ চাই ইংগিতেৰে শেৱালীক বাহিৰলৈ পঠিয়াই দিবলৈ ক'লে। সেয়ে কৃষ্ণা দেবীয়ে মৰমেৰে শেৱালীক ক'লে—

: হ'ব আই, হ'ব। তই যা। লাবণ্যইঁতৰ লগতে অলপ সময় ধৰি কথা পাত। মই দাদাৰইঁতৰ লগত অলপ কথা পাতোঁ। যা….

: ভাল। —অনুচ্চ সুৰত এইবুলি কৈ শেৱালী উঠি গ'ল। বিজয়ে বহাৰ পৰা উঠি দুৱাৰখনৰ হুকটো লগাই দিলে।

: কিবা বিশেষ কথা আছে নেকি? —কৃষ্ণা দেবীয়ে লাহেকৈ

ক'লে ।

: হয় । —বিকাশে মাত দিলে ।

: কোৱা……… ? —কৃষ্ণা দেবীৰ এই এটা শব্দৰ মাজতে যেন লুকাই আছে অনন্ত জিজ্ঞাসা ।

: ৰহস্যৰ সমাধান প্ৰায় শেষেই হ'ল । —বিকাশে ফুচফুচাই ক'লে ।

: ৰহস্যৰ সমাধান হৈ গ'ল !! —কৃষ্ণা দেবী বেছ উত্তেজিত হৈ পৰিল ।

: হয় ।…………

: কোৱা, মোক কোৱা ? —আকুলভাবে কৃষ্ণা দেবীয়ে কৈ উঠিল । পুনৰ ক'লে তেওঁ,— কোৱা, কোনে মোক হত্যা কৰিবলৈ চেষ্টা কৰিছে ? কোন সেই পিশাচ ? অদ্ভূপ ছুৰৰাই বা কোন ? কোৱা……… ??

: কিন্তু………… । —বিকাশ বৈ গ'ল ।

: কিন্তু ? কিন্তু কি ?

: মই উদ্ধাৰ কৰা ৰহস্যবোৰ প্ৰকাশ পালে 'কৃষ্ণালয়'ৰ বদনাম হ'ব । কেলেংকাৰী কথা ।

কিবা ক'ব খুজি কৃষ্ণা দেবী হঠাৎ বৈ গ'ল । ফুলাই থোৱা বেলুন এটাৰ বতাহখিনি এৰি দিলে তাৰ যেনেকুৱা অবস্থা হয়, কৃষ্ণা দেবীৰ মুখৰ অৱস্থাও ঠিক এই মুহূৰ্তত তেনেকুৱাই হ'ল ।

কিছু মৌন মুহূৰ্ত পাৰ হৈ গ'ল ।…………

মৌনতা ভংগ কৰি কৃষ্ণা দেবীয়ে এটা সময়ত মাত লগালে—কেনেকুৱা ধৰণৰ কেলেংকাৰী ?

: ঠিক কেনেকুৱা ধৰণৰ কেলেংকাৰী, সেই কথা এতিয়া মই নকওঁ । কাইলৈ আগবেলাতে ক'ম । কিন্তু আপুনি মোক এটা কথা হ'লে কোৱা নাছিল ?

: কি কথা ?

: আপোনাৰ মৃত স্বামীয়ে দুগৰাকী বিয়া কৰাইছিল, নহয়জানো ?

: হ'.........হয়। কিন্তু এইবোৰ ঘটনাৰ লগত এই কথাৰ কি সম্বন্ধ ? মই এই কথাটো অপ্ৰয়োজনীয় বুলি ভাবিয়েই কোৱা নাছিলোঁ।

: সম্বন্ধ থাকিবও পাৰে, নাথাকিবও পাৰে। তাৰমানে কথাটো সঁচা ?

: সঁচা। সঁচা কথাটো মই মিছা বুলি ক'বলৈ নাযাওঁ। মই নিঃসন্তান। এজনী বাজী তিৰোতা। বিয়াৰ সাত বছৰৰ পাছতো যেতিয়া মই 'মা' হ'বলৈ নোৱাৰিলো, তেতিয়া মোৰ অনুমতি লৈয়ে তেখেতে সন্ধ্যাক বিয়া কৰাইছিল। ৰাণী, বাণী, নবীন, বিনোদ-ইঁতৰ মাক মই নহওঁ। সন্ধ্যাহে। কিন্তু সিহঁতক মই যিমান মৰম কৰোঁ, আপোন মাকেও সম্ভব সিমান নকৰে। সিহঁতেও মোক মাতৃ-জ্ঞান কৰে। সন্ধ্যাও বৰ ভাল আৰু গুণী ছোৱালী আছিল। সামান্য জ্বৰতে তাই ঢুকাই থাকিল। ৰাণী তেতিয়া দুবছৰীয়া। ৰাণীক ময়েই ডাঙৰ কৰা।

: তাৰমানে আপুনি ৰাণীহঁতক খুবেই মৰম কৰে ?

: সেই কথাত অকণো সন্দেহ নথকাই ভাল। কিন্তু এই কথা সোধাৰ অৰ্থ ?

: এনেয়ে............ ।—বিকাশে হঁাচা যেন কৰিলে।

: তেন্তে তুমি আৰু মোক মানসিক অশান্তিত নথবা। কোৱ', অৰূপ দুৰ্বৰা কোন ? যাৰ অস্তিত্ব মই আজি ভালেমান বছৰ ধৰি মোৰ কাষত অনুভব কৰি আহিছোঁ। কোৱা, কোন, কোন এই অৰূপ দুৰ্বৰা ? —উত্তেজিত হৈ ব্যাকুল ভাবে কৃষ্ণা দেৱীয়ে কৈ উঠিল।

: কম। আপুনি ইমান উত্তেজিত নহ'ব। ভাল নহয়। আপুনি

প্ৰেচাৰ থকা মানুহ। —শান্ত স্বৰত বিকাশে কৃষ্ণা দেবীলৈ চাই কৈ উঠিল।

কৃষ্ণা দেবীৰ উত্তেজিত মুখ-মণ্ডলত বিন্দু বিন্দু ঘামৰ টোপাল। ঘন-ঘনকৈ উশাহ লৈছিল তেওঁ। স্বাভাবিক কথা। ৰহস্যময় অৰূপ ভুৱৰাৰ ৰহস্য নজনালৈকে মানুহ গৰাকীৰ যেন শান্তি নাই।

: অৰূপ ভুৱৰাৰ পৰিচয় আপোনাক মই কাইলৈ আগবেলাতে দিম। ইমান বছৰ বাট চালে যেতিয়া আৰু এটা নিশা বাট চাবলৈ ধৈৰ্য্য ধৰিব নোৱাৰিবনে ?

: কিন্তু............

: কোনো 'কিন্তু' নাই। নিশ্চিন্ত মনে থাকক। কাইলৈ সকলো ৰহস্য জানিবলৈ পাব।

: তেন্তে আজি এইটোকে কোৱা, কোনে মোক হত্যা কৰিবলৈ চেষ্টা কৰিছিল ?

: সকলোবোৰ কাইলৈ............

: উঃ! কাইলৈ—কাইলৈ........ !

: আৰু এটা কথা............ ?

: কোৱা ? —ক্লান্তসুৰ কৃষ্ণা দেবীৰ।

: আমাৰ প্ৰকৃত পৰিচয় দিয়াৰ সময় আহি গ'ল।

: তোমালোকে যি ভাল দেখা, তাকে কৰা। মোৰ মগজুৱে আৰু কাম নকৰা হৈছে। মই মৰি গ'লেই ভাল........। উঃ ভগবান!

: আমি তেন্তে এতিয়া উঠোঁ। আপুনি বিশ্ৰাম কৰক। মনত ৰাখিব, 'উত্তেজনা' আপোনাৰ বাবে ক্ষতিকৰ।

## ॥ সাতাইছ ॥

## ৰাণীৰ ভয়

কৃষ্ণা দেবীৰ কোঠাৰপৰা ওলোৱাৰ পাছত বিকাশে বিজয়ক ক'লে—

: ব'লচোন, ৰাণীৰ কোঠাৰপৰা আহোঁ।

: কাম আছে ? —বিজয়ে সুধিলে ।

: ব'লচোন বাৰু ? —বিকাশৰ মুখত ৰহস্যময় হাঁহি। বিজয়ে হাঁহিৰ অৰ্থ বুজি পালে। ক'লে— ব'ল তেন্তে…………

ৰাণীৰ বন্ধ দুৱাৰখনত টুকুৰিয়াই দিয়াত ভিতৰৰপৰা ৰাণীৰ মাত ভাহি আহিল—কোন ?

: আমি। মানে বকুৱা আৰু চলিহা…………

: এক মিনিট………। ভিতৰৰ পৰা ৰাণীৰ ব্যস্ততাসূচক মাত ভাহি আহিল।

ক্ষন্তেক পাছতে দুৱাৰখন খোল খালে। —আহক………।

দুয়োটা ভিতৰলৈ সোমাই আহিল। বিকাশে ভিতৰলৈ সোমা-য়েই জোৰেৰে উশাহ এটা লৈ -শব্দ কৰিলে………আহ্।

: কিয় আহিছে ? - ৰাণীয়ে ক'লে।

: কিয় মানে ? আহিবলৈ নাপায় নেকি ? বেয়া পাইছা অহাৰ বাবে ? —বিকাশে তীক্ষ্ণভাবে ৰাণীৰ মুখলৈ লক্ষ্য কৰি ক'লে।

ৰাণীয়ে বুজি পালে, তাইৰ প্ৰশ্নটো সঁচাই মূৰ্খামীৰদৰে হ'ল। অপ্ৰস্তুত ভাবে তাই কৈ উঠিল—

: নাই, মানে আপোনালোকে মা'ৰ লগতহে আড্ডা মাৰি থাকে।

সেইবাবে……… । বহক……… ।

বিকাশ আৰু বিজয়—দুয়োটা বহিল ।

: তোমাৰ ভয় নালাগে ? —বিকাশে সুধিলে।

: হঠাৎ ভয়ৰ কথা কিয় ? ৰাণীয়ে বিকাশৰ মুখলৈ চাই ক'লে।

: 'কৃষ্ণালয়'ত ঘটি যোৱা 'কাণ্ড'বোৰৰ বাবে ?

: ভয় লাগিলেওতো আৰু উপায় নাই ।

: ধৰা, হঠাৎ পিষ্টল লৈ মাজনিশা বীভৎস মানুহ এটা তোমাৰ ওচৰলৈ আহিল, তুমি কি কৰিবা ?

: পিষ্টল ! বীভৎস মানুহ !! —ৰাণী যেন আতংকত শিয়ৰি উঠিল ।

: ওঁ……… । আত্মৰক্ষাৰ বাবে লগত একো বস্তু নাই ?

: নাই । এখেতক ( বিজয়লৈ দেখুৱাই ) কৈছোঁৱেই………

: মিছা কথা নক'বা, ৰাণী……… । —বিকাশে হঠাৎ কঠোৰ সুৰত কৈ উঠিল।

: মিছা কথা ? —ৰাণী যেন চমকি উঠিল ।

: ওঁ তুমি মিছা কথা কৈছা । আত্মৰক্ষাৰ বাবে তোমাৰ ওচৰত অস্ত্ৰ ঠিকেই ৰাখিছা । অথচ মিছা মাত মাতিছা । কিয় ?

: বিশ্বাস কৰক……… ! —ৰাণীয়ে তলমূৰ কৰিলে । তাইৰ মুখৰ ৰং সলনি হৈ গৈছিল।

: তাৰমানে মই মিছা কথা কৈছোঁ ?

ৰাণীয়ে এইবাৰ একো মাত নামাতিলে ।

: আছে ৰাণী, আছে। তোমাৰ ওচৰত ছুৰী এখন ঠিকেই আছে। —বিকাশে জোৰ দি ক'লে ।

: ছুৰী……… ! —অস্ফুট সুৰ ৰাণীৰ ।

: ওঁ, এখন কাৰুকাৰ্য খচিত ডাঙৰ ছুৰী। যিখন ছুৰীৰে অনায়াসে

মানুহক হত্যা কৰিবলৈ পাৰি। এতিয়াও তুমি কি মোৰ কথা অস্বীকাৰ কৰিবা ?

: হত্যা........ ! —অস্ফুট স্বৰত ৰাণীয়ে এই বুলি কৈ তললৈ মূৰ কৰি তলকা মাৰিলে। খুব যেন চিন্তিত ভাই। বিকাশ-বিজয় দুয়োটাই ৰাণীলৈকে চাই থাকিল।

ৰাণীয়ে ক্ষন্তেক পৰৰ পাছত সকলৈ কাহ এটা মাৰিলে, তাৰ-পাছত ক্ষীণ কণ্ঠেৰে ক'লে—

: মই মিছা কথা কোৱাৰ কাৰণ আছিল !

: কি সেই কাৰণ ? —বিজয়ে সুধিলে।

: ছুৰীখন মই চুৰি কৰি অনা।

: চুৰ কৰি অনা ? মানে ?

: হয় ছুৰীখন মই চুৰ কৰিছিলোঁ। সেই বাবেই ভয়তে জনাব বিচৰা নাছিলোঁ যে, মোৰ হাতত ছুৰীখন আছে।

: ক'ৰপৰা চুৰ কৰিছিলা ? আৰু সেই কথা জনাবলৈ নিবিচৰাৰ কাৰণেইবা কি ?

: ছুৰীখন আমাৰ ঘৰৰে.............

: ঘৰৰে বস্তু চুৰ কৰিছা ? —বিকাশ বিস্মিত।

: হয়।

: কিয় ?

: কাৰণ, মোৰ হাতত যিখন ছুৰী আছে, সেইখন ছুৰী আমাৰ আজুককাইঁতৰ দিনৰ। বংশ পৰম্পৰাগতভাবে এই ছুৰীখন দেউতাৰ হাতলৈ আহিছিল।

: তেন্তে ছুৰীখনৰ নিশ্চয় কিবা বিশেষত্ব আছে ?

: আ....আছে...। —কিছু ইতস্তত: কৰি ৰাণীয়ে ক'লে।

: কি ? —বিকাশৰ চকুত কৌতুহল। বিজয়ৰো। ৰাণী নিশ্চুপ। তাইৰ চকুৰে-মুখে ভয়ৰ ভাব।

: নক'লা যে ? ভয় কৰিব নালাগে। কোৱা। তোমাক কথা দিছোঁ, এই ৰহস্যৰ কথা আমি কাকো নকওঁ।

: প্ৰবাদ আছে, বংশৰ মানুহৰ বাদে এই ছুৰীখনৰ বিশেষত্বৰ কথা কাকো ক'বলৈ নাপায়। ক'লে বোলে অমংগল হয়। কথাটো কিমানদূৰ সঁচা, সেয়া নাজানো। তথাপি কওঁ শুনক, ছুৰীখন যাৰ হাতত থাকে, তেওঁৰ কোনো বিপদ নাহে। শত্ৰুৱে একো কৰিবলৈ নোৱাৰে। ছুৰীখন আছিল থাপনা ঘৰত। ঘৰখনত ইটো-সিটো হৈ পকা দেখি মই ভয়তে থাপনা ঘৰৰ পৰা ছুৰীখন মনে মনে লৈ আহোঁ। —ৰাণী থমকি ৰ'ল।

: তেন্তে ছুৰীখনতো তোমাৰ মায়েও লগত ৰাখিব পাৰিলেহেঁতেন! তেওঁ ৰখা নাছিল কিয়?

: সম্ভৱ, মাৰ মনত নাছিল ছুৰীখনৰ কথা। কিন্তু মোৰ ওচৰত ছুৰীখন থকাৰ কথা জানিল কেনেকৈ? —ৰাণীয়ে এইবুলি তীক্ষ্ণ ভাবে বিকাশৰ মুখলৈ চালে আৰু তাৰপাছত হঠাৎ কৈ উঠিল —ডিটেক্টিভ কাৰণে?

বিজয় হতভম্ভ। বিকাশ কিন্তু আচৰিত নহ'ল। সি ক'লে— ক্ষন্তেক আগতে তোমাৰ মাৰ সৈতে আমি কথা পাতি থাকোঁতে তুমি যে দুৱাৰৰ কাষত ৰৈ আমাৰ কথা মনে মনে শুনি আছিলা, সেই কথা মই জানো। কাৰণ, দুৱাৰ খুলি আমি বাহিৰলৈ ওলোৱাৰ লগে-লগেই এটা বিদেশী স্প্ৰে'ৰ গোন্ধ মোৰ নাকত আহি লাগিছিল। যিটো স্প্ৰে' তুমি ইউজ কৰা। এতিয়াও গোন্ধাই আছে। অ', তুমি বোধহয় মোৰ নাম নাজানা? মোৰ নাম বিকাশ গগৈ আৰু এওঁ মোৰ সহকাৰী বিজয় শৰ্মা।

## ।। আঠাইছ ।।

# ৰহস্যৰ শেষত

পাছদিনা।

দিনৰ তেতিয়া এঘাৰ বাজি পাৰ হৈছিল

পুৱাৰ পৰাই বতৰটো আজি বেয়া। টিপ্‌টিপাই বৰষুণ দি আছে। এনে শৰণেৰে বৰষুণ দিলে সাধাৰণতে সোনকালে এৰাৰ লক্ষণ নাথাকে।

'কৃষ্ণালয়'ৰ আবহাওয়াটো আজি অন্য ধৰণৰ। চাৰিওফালে কিবা এটা নিস্তব্ধতাই যেন আগুৰি আছে। সকলোৰে (কৃষ্ণা দেবীক বাদ দি) মনত এটা যেন চেপা উত্তেজনা। কাৰণ?

হয়, কাৰণ নিশ্চয় আছে। ইতিমধ্যে সকলোৰে জানি গৈছিল—কৃষ্ণা দেবীৰ আত্মীয়ৰ সূত্ৰ ধৰি অহা মৃগাংক বৰুৱা আচলতে এজন ৰহস্যানুসন্ধানী। প্ৰখ্যাত ডিটেক্‌টিভ বিকাশ গগৈ। পবিত্ৰ কুমাৰ চলিহা আচলতে তেওঁৰ সহকাৰী বিজয় শৰ্মা। দুয়োকে নিয়োগ কৰিছে কৃষ্ণা দেবীয়ে। তেওঁ জানিবলৈ বিচাৰে, তেওঁক কোনে হত্যা কৰিবলৈ চেষ্টা কৰিছিল।

কোনে? কিয়??

বিকাশ গগৈ আৰু তেওঁৰ সহকাৰী বিজয় শৰ্মাই কিবা জানিবলৈ পাৰিছে নেকি বাৰু? নানা কল্পনা, নানা চিন্তা। গতিকে স্বাভাবিক ভাবেই সকলোৰে মনৰ মাজত চেপা উত্তেজনা এটাই বিৰাজ কৰি আছে।

বিকাশ আৰু বিজয় গৈ কৃষ্ণা দেবীৰ কোঠাত সোমাল। তেওঁ

অধীৰ আগ্ৰহেৰে সিহঁতৰ বাবেই যেন বাট চাই আছিল।

: আহিলা ? —কৃষ্ণা দেবীৰ এই এটা মাত্ৰ শব্দতে তেওঁৰ উৎকণ্ঠা প্ৰকাশ পালে। প্ৰত্যুত্তৰত দুয়োটাই স্মিত হাঁহি এটা মাৰি ছোফাখনত বহিল।

: নিশাটো গভীৰ উত্তেজনাৰে পাৰ কৰিলোঁ। —কৃষ্ণা দেবীয়ে ক'লে।

: স্বাভাবিক। —বিজয়ে কৈ উঠিল।

: কোৱা সকলোবোৰ ভাঙি-পাতি কোৱা। মই আৰু এক মিনিটো ধৈৰ্য ধৰিবলৈ নোৱাৰোঁ। মাথোঁ ক'লেই নহ'ব নহয়, মোক হত্যা কৰিবলৈ চেষ্টা কৰা জনক মোৰ সমুখত হাজিৰ কৰিবলৈ লাগিব। লগতে ৰহস্যজনক অৰূপ দুৰৱাকো। ক'ত, ক'ত সিহঁত ? —কৃষ্ণা দেবীৰ চকুৰ ব্যাকুলভৰা হাজাৰটা প্ৰশ্নবোধক বিকাশ আৰু বিজয়ৰ ওপৰত নিবদ্ধ।

: ক'ম। সকলোবোৰেই, ক'ম, আপোনাক। ইমান উতলা নহ'ব। আমাকতো সেই বাবেই আপুনি নিয়োগ কৰিছিল। পাহৰি গৈছে কিয় ? —বিকাশৰ কথাত কৃষ্ণা দেবী এইবাৰ কিছু ক্ষান্ত হ'ল।

তাৰপাছত বিকাশ হঠাৎ বহাৰ পৰা উঠিল, আৰু নিশঃব্দে আগবাঢ়ি গৈ হঠাৎ এনেয়ে জপাই থোৱা দুৱাৰখন একে টানে খুলি পেলালে। লগে লগে সি কৈ উঠিল—আপোনালোক যাওক। মনে মনে লোকৰ কথা শুনিবলৈ নাপায় নহয়। ………

দুৱাৰমুখত মনে মনে আহি থিয় হৈ আছিল লাবণ্য, তৃষ্ণা, ৰাণী আৰু দীপক। বিকাশৰ আচম্বিত এই কাৰ্যত সিহঁত বৰ অপ্ৰস্তুত হৈ পৰিল। সেমেনা-সেমেনিকৈ সিহঁত লাহে লাহে আঁতৰি গ'ল। ৰাণীয়ে মাথোঁ অস্পষ্ট সুৰত কৈ উঠিল—আমি জানিবলৈ নাপায় নেকি ?

: পাছত···· । —বিকাশে কৈ উঠিল ।

সিহঁত আঁতৰি যোৱাৰ পাছত বিকাশে দুৱাৰখন বন্ধ কৰি দি হুকটো লগাই দি আকৌ আহি ছোফাখনত বহিল ।

হতভম্বা কৃষ্ণা দেবীয়ে এইবাৰ তালৈ চাই কৈ উঠিল—তোমালোকক মই কোৱা নাছিলোঁনে, যে এইখন ঘৰৰ সকলোবোৰ মোৰ শত্রু, চোৰাংচোৱা ৰূপে সিহঁতে ঘূৰি ফুৰে। দেখিলা এতিয়া ? সিহঁতবোৰে ভাবে, মই শয্যাসায়ী যেতিয়া একোৱে গম নাপাওঁ । ···ওঁ, এতিয়া আৰম্ভ কৰা তোমাৰ কথা······· ?

: শুনক তেন্তে, অৰূপ দুৱৰা আপোনাৰ মৃত স্বামীৰ অবৈধ সন্তান ।

অবৈধ সন্তান ! অৰূপ দুৱৰা !! কৃষ্ণা দেবীৰ মূৰৰ ওপৰত যেন বজ্রপাতহে পৰিল। বিস্ফাৰিত নেত্রে তেওঁ বিকাশলৈ চালে। চাই অস্ফুট সুৰত তেওঁ কৈ উঠিল—

: তুমি এইবোৰ কি কৈছা ? ······

: যি সত্য, তাকে কৈছোঁ। কিছুমান সত্য কথা বৰ নিষ্ঠুৰ হয়। হজম কৰিবলৈ টান হৈ পৰে ।

: এই বয়সত ইয়াকে শুনিবলৈ মই জীয়াই আছিলোঁ নেকি ? হে ভগবান···· ! —কৃষ্ণা দেবীৰ শৰীৰটো যেন কঁপি উঠিল।

: এতিয়া আপুনি আৰম্ভণীৰ পৰা মোৰ কথাবোৰ শুনক । অৰূপ দুৱৰাৰ মাক কোন, সেয়া অৰূপে নিজেও নাজানে। মাথোঁ জানে, সি মিঃ চৌধুৰীৰ অৰ্থাৎ আপোনাৰ মৃত স্বামীৰ অবৈধ সন্তান। জন্মৰে পৰা সি যাক মাক-বাপেক বুলি জানি আহিছিল, ডাঙৰ হোৱাৰ পাছত গম পালে, সি আচলতে দুৱৰা দম্পতিৰ আপোন সন্তান নহয়। নিঃসন্তান দুৱৰা দম্পতিয়ে তাক ডাঙৰদীঘলহে কৰিছিল। মৃত চৌধুৰীৰ কথামতেই তেওঁলোকে তাক

সকলোবোৰ কথাই কৈ দিছিল। চৌধুৰীয়ে নিজেও যোৰহাটলৈ গৈ তাক মাজে-সময়ে দেখা কৰিছিল। পিতৃ স্নেহেৰে তাক উপচাই পেলাইছিল। ভবিষ্যতটো লৈ চিন্তা কৰি তাক মানুহ ৰূপে গঢ়ি তুলিছিল। কিন্তু সি নিজে অবৈধ সন্তান বুলি মনত অকনো সংকোচ ভাব নাছিল। হয়তো চৌধুৰীৰ মৰমে সেই সংকোচ ভাবটো দূৰ কৰি দিছিল। চৌধুৰীক সি খুবেই শ্ৰদ্ধা কৰিছিল। চৌধুৰীয়ে মাথোঁ তাক এটা বস্তুৰ পৰা বঞ্চিত কৰিছিল। 'বস্তু'টো হ'ল—উপাধী অৰ্থাৎ টাইটেল। 'চোধুৰী'ৰ সলনি তাৰ প্ৰকৃত মাকৰ টাইটেল 'তুৰৰা'টোহে তাক প্ৰদান কৰিছিল। ডাঙৰ হোৱাৰ পাছত অৰূপে অবশ্যে এদিন চৌধুৰীক সুধিছিল—তাৰ প্ৰকৃত মাক কোন? এতিয়াও জীৱিত আছেনে নাই? চৌধুৰীয়ে উত্তৰ দিছিল—"আছে। অন্য এজন পুৰুষক বিয়া কৰাই তেওঁৰ এতিয়া সুখৰ সংসাৰ। ভবিষ্যতে কেতিয়াবা প্ৰয়োজন বোধ কৰিলে বাৰু মাৰৰ পৰিচয় দিম। কিন্তু এতিয়া নহয়"। কিন্তু সেই সুযোগ আৰু চৌধুৰীয়ে নাপালে। তাৰ আগতেই তেওঁৰ মৃত্যু হ'ল। গতিকে এই ৰহস্য, ৰহস্য হৈয়েই থাকিল। অৰূপে আৰু কোনো দিন তাৰ মাকৰ পৰিচয় জানিবলৈ নাপাব।

মৃত্যুৰ আগে আগে চৌধুৰীয়ে সেই অদ্ভুত উইলখন কৰি গ'ল। অৰূপৰ পঁয়ত্ৰিছ বছৰ হোৱাৰ লগে লগে প্ৰতিমাহে দুহাজাৰকৈ টকা পাব। বিয়া কৰোৱাৰ পাছত মাহে চাৰি হাজাৰকৈ পাব। তদুপৰি বিয়াৰ সময়ত বিয়াৰ খৰছৰ বাবদ ত্ৰিছ হাজাৰ টকা পাব।······এই অদ্ভুত উইলখন কৰি থৈ চৌধুৰীয়ে সকলোৰে বাবে সাঁথৰ এটা এৰি থৈ গ'ল। —কোন এই অৰূপ তুৰৰা।

: কিন্তু তুমি ইমানবোৰ কথা জানিলা কেনেকৈ? —কৃষ্ণা দেবীয়ে কৈ উঠিল।

: অনুসন্ধানৰ ফলত। —ৰহস্যপূৰ্ণ হাঁহি মাৰি বিকাশে ক'লে। তাৰপাছত ক্ষন্তেক তলকা মাৰি কৈ উঠিল—এই সকলোবোৰ কথা

মই উকীল প্ৰশান্ত তামুলীৰ পৰা গম পালোঁ। চৌধুৰীয়ে নিজেই তেওঁক এইবোৰ কথা কৈছিল। অৱশ্যে প্ৰথমে তেওঁ এইবোৰ কথা ক'বলৈ খোজা নাছিল। মই বহুত কৌশলেৰেহে কথাবোৰ জানিবলৈ পাৰিলোঁ।

কৃষ্ণা দেবীৰ ছুচকুত গোটেই পৃথিবীৰ বিস্ময়বোৰ আহি একত্ৰিত হৈছিল।

: শুনক······। যোৰহাটৰ যিখন কলেজত অৰূপ পঢ়িছিল, সেইখন কলেজতে পঢ়া এগৰাকী গাভৰুৰ প্ৰেমত পৰিছিল অৰূপ। গাভৰুয়েও ভাল পাইছিল অৰূপক। কিশোৰ প্ৰেমত সেই ভাল-পোৱা আছিল গভীৰ। গাভৰু গৰাকীৰ আচল ঘৰ আছিল অন্য ঠাইত। যোৰহাটত মাহীয়েকৰ ঘৰত থাকি গাভৰুয়ে শিক্ষা লাভ কৰিছিল।

দিন পাৰ হ'ল। অৰূপে এদিন ডাক্তৰী পঢ়িবলৈ শিলচৰলৈ গুছি গ'ল। গাভৰুৱে কান্দিলে। কিন্তু উপায় নাছিল। চিঠিৰ আদান-প্ৰদান অৱশ্যে চলি থাকিল।

এদিন গাভৰুৰ বিয়া ঠিক হ'ল। অৰূপক জনালে সকলো। কিন্তু অৰূপে নতুনকৈ ডাক্তৰী পাচ কৰাৰ বাবে আৰু এবছৰ মান বাট চাবলৈ ক'লে। সেয়ে গাভৰুৱে ঘৰখনত স্পষ্টকৈ সেই কথা কৈ দিলে। ঘৰত হুলস্থূল লাগিল। আইতাকে ঘোৰ আপত্তি কৰি ক'লে—'তই বামুণৰ ছোৱালী হৈ কলিতাৰ ল'ৰালৈ যাবলৈ বিচাৰিছ! লাজ নাই? আমাৰ মূৰকে খা!!' মুঠতে হুলস্থূল। তাতে অৰূপে যেতিয়া তাইক জনাই দিলে যে, সি আচলতে কাৰো-বাৰ অবৈধ সন্তান, তেতিয়া গাভৰুৰ মন ভাগি পৰিল। শেহত বাপেক-মাকে পচন্দ কৰা ডেকাটোকে স্বামী ৰূপে তাই আদৰি ল'লে।

এদিন অৰূপে তাইৰ শহুৰৰ ঘৰ থকা ঠাইখনলৈ চৰকাৰী ডাক্তৰ

ৰূপে আহি জইন্ কৰিলে। গাভৰু গৰাকীয়ে হঠাৎ সেই ঠাইত অৰূপক দেখি চমকি উঠিল। অৰূপৰো একেই অৱস্থা। ফলত দুয়োৰে মাজত আকৌ সেই পুৰণি প্ৰেমে নতুনকৈ শিপা মেলিলে। গাভৰুৰ কামনা-বাসনাবোৰে মূৰ ডাঙি উঠিল অৰূপো ডেকা ডাক্তৰ। ফলত দুয়োৰে মাজত অবৈধভাবে কামনা চৰিতাৰ্থ কৰাৰ খেল চলি থাকিল। কোনেও নাজানিলে সেই কথা।

অৰূপে ইতিমধ্যে গম পাইছিল, গাভৰুৰ মৃত শহুৰজনেই হ'ল তাৰ দেউতাক। লগে লগে সি গাভৰুক সকলো কথা খুলি কয়। এদিন............

: ৰ'বা............ৰ'বা............। —ভীষণ উত্তেজনাত কৃষ্ণা দেবীয়ে হঠাৎ চিৎকাৰ কৰি উঠিল।—তুমি এইবোৰ কি কৈছা ? মই বুজিছোঁ, সকলো বুজিছোঁ। অৰূপ দুৱৰা কোন, সেয়া বুজিবলৈ মোৰ আৰু অকনো বাকী নাই। ....ডাঃ ত্ৰিদিব বৰুৱাই অৰূপ দুৱৰা নহয় জানো ? উঃ ......... ... !

: হয়। আপোনাৰ অনুমান সত্য। অৰূপে ইয়ালৈ অহাৰ আগতেই জানি গৈছিল, তাৰ মৃত দেউতাকৰ ঘৰ এইখন চহৰতে। বিশাল 'কৃষ্ণালয়'টোত তাৰো অধিকাৰ আছে। উকীল প্ৰশান্ত তামুলীয়ে অৱশ্যে সি ডাক্তৰী পাচ কৰাৰ পাছতে মৃত বন্ধুৰ কথামতে উইলখনৰ কথা তাক কৈ দিছিল। কিন্তু মৃত দেউতাকেহে তাক কেতিয়াও কোৱা নাছিল, তেওঁৰ ঘৰ ক'ত। দুবাৰমান সুধি সি ব্যৰ্থ হৈছিল। অৱশ্যে চৌধুৰী জীৱিত থাকোঁতে সি অলপ চেষ্টা কৰা হ'লে সেই কথা জানিবলৈ পাৰিলেহেঁতেন। কিন্তু চেষ্টা কৰাৰ পৰা সি বিৰত আছিল।

: সেই গাভৰু গৰাকী তৃষ্ণা নহয় জানো ? —তীক্ষ্ণ স্বৰত প্ৰায় কঁপি কঁপি কৃষ্ণা দেবীয়ে কৈ উঠিল।

: হয় ।

: কুলক্ষণী ! ডাংকাটী........ !! ভালেটিহে বিধৱা হয়ো বেশ্যাৰ দৰে কিয় মেকআপ কৰে । ছিঃ....... ! থুঃ কটা ! তাই বেটি এই-খন ঘৰৰপৰা আজিয়েই বিদায় হ'ব লাগিব । 'কৃষ্ণালয়'ৰ এটা সন্মান আছে । তাই নাটেশ্বৰীয়ে সেই সন্মান ধূলিত মিহলি কৰি দিব খুজিছে ! ছিঃ......

: ক্ষান্ত হওক, মাহী ।

: ইমানবোৰ জনাৰ পাছত কেনেকৈ ক্ষান্ত থাকিম । তাৰমানে.... তাৰমানে হাৰামজাদা ত্ৰিদিবেই মোক হত্যা কৰিবলৈ চেষ্টা কৰিছিল ? উঃ ..........

: হয় । কাৰণ, তৃষ্ণাই যেতিয়া উইলখনৰ সকলোবোৰ কথা জানে, তেতিয়া তাই অৰূপ উফে' ত্ৰিদিবক সকলোবোৰ কথাই কয় । লগতে এইটোও কয়, আপোনাৰ পঁচপন্ন বছৰ হোৱাৰ লগে-লগেই আপুনি হয়তো উইলখন সলনি কৰি দিব পাৰে । তেতিয়া অৰূপ উফে' ত্ৰিদিব 'কৃষ্ণালয়'ৰ সম্পত্তিৰ অধিকাৰৰ পৰা বঞ্চিত হ'ব। ফলত ত্ৰিদিবে চিন্তা কৰি এটা ৰাস্তাই পালে । আৰু ............

: সেই ৰাস্তা হ'ল—মোক হত্যা কৰা । —বিকাশক বাধা দি কৃষ্ণা দেবীয়ে কৈ উঠিল ।

: কিন্তু আপোনাক হত্যা কৰা নহ'ল । আপোনাৰ মাজু পুত্ৰ আৰু তৃষ্ণা দেবীৰ স্বামী অসীমকো ত্ৰিদিবেই হত্যা কৰে । আপোনাৰ বিৰুদ্ধেও ষড়যন্ত্ৰৰ শেষ হোৱা নাই ।

: কি বুলি ক'লা ? —কৃষ্ণা দেবীৰ মূৰৰ ওপৰত যেন বজ্ৰ-পাতহে পৰিল ।

: ভুল কোৱা নাই। অসীমৰ হত্যাকাৰী হ'ল ডাঃ ত্ৰিদিব তুৱৰা। অবশ্যে ইয়াত তৃষ্ণাৰো হাত আছিল। অসীমক বিদায় নিদিয়ালৈকে তুয়ো শান্তিৰে মিলিত হ'বলৈ পৰা নাছিল। পথৰ

কাঁইট ঝাপে দুয়োৰে মাজত অসীম থিয় হৈ আছিল। গতিকেই এদিন ত্ৰিদিবে বুদ্ধি কৰি সন্ধিয়াৰ আগে আগে বনাঞ্চলৰ মাজত থকা মন্দিৰটোকে চাবলৈ যাওঁ বুলি অসীমক লৈ গ'ল। ঘূৰি ঘূৰি তেওঁলোকে যেতিয়া মন্দিৰ পাইছিল, তেতিয়া প্ৰায় সান্ধিয়া। দুভাৰ্গ্যবশতঃ নবীনেও সেইদিনা চিকাৰ কৰিবলৈ গৈ এটা সময়ত মন্দিৰত উপস্থিত হৈছিল অলপ বিশ্ৰামৰ বাবে। তাৰ আগে আগে ত্ৰিদিবে হঠাৎ ছুৰীখন উলিয়াই অসীমৰ মুখত আঘাত কৰিবলৈ ধৰিছিল। অসীমে প্ৰথমে তীব্ৰ আৰ্তনাদ কৰি উঠিছিল যদিও পাছলৈ মাথোঁ মুখৰপৰা গেঙনিহে ওলাইছিল। অকল্পনীয় এই কাৰ্যৰ বাবে অসীম অকণো প্ৰস্তুত নাছিল। পাগলৰ দৰে মাথোঁ ত্ৰিদিবে অসীমক আঘাত কৰি গৈছিল। আৰু ঠিক সেই সময়তে নবীন তাত উপস্থিত হৈ হঠাৎ মানুহৰ গেঙনি শুনি জোপোহা এটাৰ আঁৰত লুকাই পৰিছিল। বিগ্ৰহৰ ওচৰত লুটি খাই বাগৰি পৰা ককায়েকক সি চিনি পোৱা নাছিল। কাৰণ তেতিয়া অন্ধকাৰে মন্দিৰটো প্ৰায় গ্ৰাস কৰি পেলাইছিল। কিন্তু পাগলৰদৰে ককায়েকক আঘাত কৰি যোৱা ডাঃ ত্ৰিদিব বৰুৱাক সি ঠিকেই চিনি পাইছিল। কাক এনেকৈ মাৰিছে ত্ৰিদিবে? এক অজানা ভয়ত সি কঁপি উঠিছিল। লগে-লগেই সি নিঃশব্দে তাৰপৰা আঁতৰি আহে। সেই দিনা নিশা তাৰ টোপনি অহা নাছিল। কথাটো আপোনাক কওঁ কওঁ কৰিও ক'ব পৰা নাছিল। কিন্তু পাছদিনা যেতিয়া ককায়েক অসীমৰ মৃতদেহ বনাঞ্চলখনৰ মন্দিৰটোৰ মাজৰপৰা আৱিষ্কাৰ কৰা হ'ল, তেতিয়া তাৰ আৰু বুজিবলৈ একো বাকী নাথাকিল। হঠাৎ অন্তৰত ভীষণ শ্ব'ক্ খাই সেই মুহূৰ্তে তাৰ মস্তিষ্কৰ বিকৃতি ঘটে। এক কথাত পাগল হৈ গ'ল সি। কিন্তু.......

কৃষ্ণা দেৱীয়ে হঠাৎ এইবাৰ সশব্দে কান্দি উঠিল। কান্দি

কান্দিয়েই তেওঁ অস্ফুট সুৰত উচ্চাৰণ কৰিলে — অসীম ...মোৰ অসীম ...... !

: নাকান্দিব মাহী। মোৰ কথা এতিয়াও শেষ হোৱা নাই।

: ইমান ডাঙৰ আঘাত! — কৃষ্ণা দেবীয়ে সশব্দে কন্দা বন্ধ কৰি কৈ উঠিল।

: আৰু অলপ আছে। বাকী কথাখিনিও শুনি লওক।.... শুনক, নবীনৰ আপুনি তেজপুৰৰ পৰা লৈ অহাৰ পাছত সি কিন্তু ধীৰে ধীৰে ভাললৈ আহিছিল। আৰু এদিন হঠাৎ সম্পূৰ্ণ ভাল হৈ উঠিল। মনে মনে সি এইবাৰ তৃষ্ণা আৰু ত্ৰিদিবক লক্ষ্য কৰি থাকিল। এদিন সুযোগ বুজি সি ত্ৰিদিবক হত্যা কৰিবলৈও চেষ্টা কৰিছিল। কিন্তু হৰেশ্বৰে আহি তেওঁক সেই যাত্ৰাত ৰক্ষা কৰে। এদিন তৃষ্ণাকতো....। কিন্তু তৃষ্ণায়ো বাচি গ'ল। কোনেও তাক সন্দেহ নকৰিবৰ বাবে ৰাণীকো এনেয়ে খেদা মাৰি গৈছিল। প্ৰতিশোধ ল'বৰ বাবেই সি ভাল হৈয়ো পাগলৰ অভিনয় কৰি গৈছিল। যাতে তাক কোনেও সন্দেহ কৰিবলৈ নোৱাৰে।

: তা .... তাৰমানে মোৰ নবীন ভাল? সুস্থ? .... সি পগলা নহয়?— বিস্ফাৰিত চকুৰে কঁপি কঁপি কৃষ্ণা দেবীয়ে কৈ উঠিল। তেওঁৰ চকুত আনন্দাশ্ৰু।

: নবীন বৰ্ত্তমান সম্পূৰ্ণ সুস্থ।

: তুমি ইমানবোৰ কথা জানিলা কেনেকৈ?

: কিয়, অনুসন্ধানৰ ফলত! যোৰহাট আৰু বঙাইগাঁৱলৈ মই এনেয়ে গৈছিলোঁনে? তৃষ্ণাৰ ঘৰখনৰ মানুহ, ত্ৰিদিবৰ তোলনীয়া মাক বাপেক আৰু উকীল প্ৰশান্ত তামূলীয়ে মোক এই ক্ষেত্ৰত বিশেষ সহায় কৰিছে। কাৰণ, আপোনাৰ স্বামীয়ে শ্ৰীতামূলীক অনেক কথাই কৈছিল। আৰু সেই কথাবোৰকে মই তামূ-

লীৰ মুখৰপৰা আৰু ত্ৰিদিবৰ তোলনীয়া পিতৃ-মাতৃৰ মুখৰপৰা গম পাওঁ।

নবীনৰ লগত প্ৰথম দিনা কথা পাতোঁতেই মোৰ মনত কিয় জানো সন্দেহ হৈছিল, নবীন যেন আচলতে সুস্থ। সি পগলাৰ অভিনয়হে কৰি গৈছে। সেয়ে অনেক কষ্টৰ মূৰত নবীনৰ মুখৰ পৰা মই আচল কথা উলিয়াই লওঁ। নবীনে সকলোবোৰ কথাই মোক এফালৰপৰা খুলি কয়।

দেউতাকৰ বেমাৰ বুলি তৃষ্ণাই আপোনাক ফাঁকি মাৰিছিল। আপুনি এটা কথা নিশ্চয় লক্ষ্য কৰিছে, তৃষ্ণা যোৱাৰ পাছতে ত্ৰিদিবও যোৰহাটৰ ঘৰলৈ গৈছিল। এইবোৰ আচলতে দুয়োৰে পূৰ্ব্ব পৰিকল্পনা। দুয়ো স্বামী-স্ত্ৰীৰ বেশেৰে নগাঁৱৰ এখন হোটেলত আছিল। কিয়, সেই কথা আপোনাক নিশ্চয় বেলেগে বুজাই ক'বলৈ নালাগে।

: বুজিছোঁ, সকলো বুজিছোঁ।—কৃষ্ণা দেবীয়ে দাঁত কৰচি এনে এটা সুৰত কথাখিনি ক'লে, যেন কাষত পালে তেওঁ এতিয়াই তৃষ্ণা আৰু ত্ৰিদিবক মাৰি শেষ কৰি পেলাব।

: চন্দ্ৰাৰ কথাতো আপোনাক কোৱাই নাই?—বিকাশে হঠাৎ মনত পৰাদি কৈ উঠিল।

: চন্দ্ৰাৰ কথা? কি?—কৃষ্ণা দেবী আকৌ বিস্মিত হ'ল।

: চন্দ্ৰাক অনতিপলমে এইখন ঘৰৰ পৰা বিদায় দিয়ক

: কিয়?

: তাই চৰিত্ৰহীনা। নিৰ্লজ্জভাবে তাই টেংক আৰু দীপকৰ সৈতে কামনাৰ খেল খেলি গৈছে। এইবোৰ কথা লুকাই নাথাকে। বদনাম ওলাবলৈ কিমান পৰ? সিদিনাখন নিশা গাৰীখনত আপোনালোকে যিটো নাৰী কণ্ঠস্বৰ চিৎকাৰ শুনা পাইছিল, সেই চিৎকাৰটো আচলতে চন্দ্ৰাৰ।—এইবুলি বিকাশে সেই নিশাৰ সকলোবোৰ

কথা কৃষ্ণা দেবীক খুলি ক'লে।

কৃষ্ণা দেবী স্তব্ধ। শূন্য দৃষ্টিৰে তেওঁ কোঠাটোৰ চাৰিওফালে চালে। কিয়, সেয়া তেওঁহে জানে।

: ত্ৰিদিব নগাঁৱত কৃষ্ণাৰ সৈতে থাকোঁতে মই এদিন নিশা ত্ৰিদিবৰ ঘৰটোত সোমাই তেওঁৰ ব্যক্তিগত ডায়েৰীখন হস্তগত কৰোঁ। তাত তাৰ আৰু তৃষ্ণাৰ সকলোবোৰ কথা আৰু কাণ্ডৰ কথা লিপি-বদ্ধ কৰা আছে। গতিকে প্ৰমাণৰ অভাব নাই। সাক্ষী নবীন আছেই। এতিয়া আপুনি কি কৰে, অৰ্থাৎ সিহঁতক পুলিছৰ হাতত দিয়ে, নে এৰি দিয়ে, সেই ভাৰ আপোনাৰ ওপৰতে এৰিলোঁ। যি ভাল দেখে আপুনি, সেয়াই কৰক। কাৰণটো আপুনি বুজিছেই........।

: বুজিছোঁ। পুলিছ কেচ হোৱা মানেই 'কৃষ্ণালয়'ৰ বদনাম। গোপনীয় কেলেংকাৰীবোৰ প্ৰচাৰ হৈ যাব, নহয় জানো? ........ হওক, প্ৰচাৰ হৈ পৰক। কিন্তু ত্ৰিদিব আৰু তৃষ্ণাক কোনোমতেই এৰি দিব নোৱাৰি। সিহঁত দুটাক ফাঁচী কাঠত ওলোমাইহে এৰিম! চন্দ্ৰাক আজিয়েই বিদায় দিম। তোমাৰ কথাৰ পৰা যি বুজিলোঁ, ইয়াৰ মূলতে হ'ল, তৃষ্ণা নামৰ সাপিনীজনী। 'কাল'ৰূপে তাই এইখন ঘৰত প্ৰবেশ কৰিছিল।

: কিন্তু অসীমৰ কি হ'ব?

: অসীম! —কৃষ্ণা দেবী যেন চমকি উঠিল।

: ওঁ, অসীম। অসীম আৰু তৃষ্ণাৰ সন্তান—অসীম।

: অসীমক মই তুলিতালি মোৰ সেই আগৰ অসীমৰূপে গঢ় দি ল'ম। —ভাবুক ভাবে কৃষ্ণা দেবীয়ে ক'লে।

এনেতে দুৱাৰত শব্দ হোৱাত বিজয়ে গৈ দুৱাৰখন খুলি দিলে। ভিতৰলৈ সোমাই আহিল নবীন।

: আহা নবীন। মই কোৱামতে ঠিক সময়তে আহিছা।—

বিজয়ে কৈ উঠিল।

: ন····বী····ন ! —আবেগ-বিহ্বল হৈ কৃষ্ণা দেবীয়ে দুয়োখন হাত প্ৰসাৰিত কৰি কৈ উঠিল।

: মা ! —নবীনে আগুৱাই আহি কৃষ্ণা দেবীৰ বুকুৰ মাজত সোমাই মাকক সাবটি ধৰিলে।

: কিয়, কিয় তই ইমানদিনে পগলাৰ অভিনয় কৰি গৈছিলি ? তাকো মোৰ আগত··· ····। যা সোণ, পুলিছলৈ ফোন এটা কৰ। তৃষ্ণা বোলাজনী ক'ত ?

: তাইক মই তাইৰ কোঠাত তলা বন্ধ কৰি থৈছোঁ। —নবীনে ক'লে।

: বেছ কৰিছ। যা, ফোনটো কৰগৈ।

নবীন ফোন কৰিবলৈ গ'ল। বিকাশে এইবাৰ কৈ উঠিল— পঁয়ত্ৰিছ বছৰ পূৰ হ'বলৈ ত্ৰিদিবৰ আৰু এঘাৰ দিনহে আছিল। নাৰীৰ ছলনাত পৰি সি সকলো ধ্বংস কৰিলে।

'কৃষ্ণালয়'ত এই যে ইমানবোৰ কাণ্ড ঘটি গ'ল, মানে ৰহস্যৰ উন্মোচন হ'ল, সেই কথা এজন ব্যক্তিয়ে সেইদিনলৈকে গমকে নাপালে। তেওঁ হ'ল—লাবণ্যৰ স্বামী বিনোদ।

☐ সেই নিশা 'কৃষ্ণালয়'ত এক অস্বাভাবিক নিস্তব্ধতাই বিৰাজ কৰি আছিল। নবীন যে আচলতে পগলা নহয়, সেই কথা জানি একালে যেনেকৈ আনন্দ ; ঠিক সেইদৰে আনফালে লাজ, সংকোচ আৰু··········। 'কৃষ্ণালয়'ত পুলিছ অহাৰ পাছত আৰু ত্ৰিদিব আৰু তৃষ্ণাক গ্ৰেপ্তাৰ কৰি লৈ যোৱাৰ পাছত সৰু চহৰ মায়াপুৰৰ চাৰিওফালে কথাটো ৰাষ্ট্ৰ হৈ পৰিছিল। প্ৰথমে বিস্ময়, তাৰপাছত চাৰিওফালে নানা অশালীন মন্তব্য। এদিনৰ ভিতৰতে বিশাল 'কৃষ্ণালয়'ৰ গৌৰব যেন ধূলিত মিহলি হৈ গ'ল।

গভীৰ নিশা ।

কৃষ্ণা দেবীৰ চকুত টোপনি নাই। তেওঁৰ কাষতে গভীৰ টোপনিত অকণমানি অসীম। এটা নিস্পাপ শিশু। হ'ব পাৰে সি তৃষ্ণাৰ সন্তান। কিন্তু ইয়াৰ শৰীৰৰ সিৰাই সিৰাই প্ৰবাহিত হৈছে অসীমৰে তেজ। অসীমৰ তেজ অসীমৰে শৰীৰত। ইয়াক যেন কোনো পাপে স্পৰ্শ কৰিব নোৱাৰে, তাৰ্লৈ কৃষ্ণা দেবীয়ে তীক্ষ্ণ দৃষ্টি দিব। ইয়াক তেওঁ আৰু কাৰো হাতত তুলি নিদিয়ে।

টোপনিতে অসীমে হাঁহি উঠিল ।

কৃষ্ণা দেবীয়ে এইবাৰ গভীৰ মমতাৰে তাক সাবটি ধৰি তাৰ মুখত চুমাৰে ওপচাই পেলালে ।

নিশা ক্ৰমান্বয়ে গভীৰ, আৰু গভীৰ হৈ আহিছিল……… □□